অসম মাধ্যমিক শিক্ষা পৰিষদৰ দ্বাৰা অনুমোদিত

[ *Notification No. SEBA/EU/TXB/10/78 dated* 9. 1. 73 ]

# আমাৰ কিতাপ

## প্ৰথম ভাগ

[ পঞ্চম মানৰ অসমীয়া সাহিত্য ]

নৰকান্ত বৰুৱা

অধ্যাপক, কটন কলেজ,

প্ৰণীত

বাণী প্ৰকাশনী

গুৱাহাটী—১

প্রকাশক ঃ
এছ. ভট্টাচার্য
কলেজ হোষ্টেল ৰ'ড
গুৱাহাটী-১

প্ৰথম প্ৰকাশ ঃ
নবেম্বৰ, ১৯৭২
দ্বিতীয় প্ৰকাশ ঃ
ফেব্ৰুৱাৰী, ১৯৭৩

[illegible] ঃ টা. [illegible]২৫
৩'১০ টকা

মুদ্ৰাকৰ ঃ
শ্ৰীগৌৰচন্দ্ৰ ভুক্ত
মুদ্ৰণ ইণ্ডাষ্ট্ৰীজ (প্ৰা.) লিমিটেড
১৫৪, তাৰক প্ৰামাণিক ৰ'ড,
কলিকতা-৬

# আগ কথা

অসম মাধ্যমিক শিক্ষা পৰিষদৰ পাঠ্যক্ৰম অনুসৰি এই পুথিখন প্ৰস্তুত কৰা হৈছে। কেৱল ভাষা শিক্ষাৰ বাহন ৰূপেই নহয়, ছাত্ৰ-ছাত্ৰীসকলে যাতে সাহিত্যৰ এটি পদক্ষেপ হিচাপেও পুথিখন ব্যৱহাৰ কৰিব পাৰে তাৰ প্ৰতিও আওকাণ কৰা হোৱা নাই।

বিষয় বস্তু নিৰ্ব্বাচনত ন দহ বছৰীয়া ছাত্ৰ-ছাত্ৰীৰ অভিজ্ঞতাই চুকি পোৱা কথাতেই বেছি গুৰুত্ব দিয়া হৈছে। পোনপটীয়া নীতিশিক্ষা দানৰ পৰা পৰাপক্ষত বিৰত আছোঁ, সেইবোৰ পৰোক্ষভাবেহে ব্যৱহাৰ কৰিছোঁ। জ্ঞানবিজ্ঞানৰ কথা বা কাহিনীবোৰ সংবাদ পৰিবেশনেৰে ভাৰাক্ৰান্ত নকৰি সেইবোৰৰ অন্তৰ্গত বিচিত্ৰতা, কৌতূহল, মানবীয় গুণ ইত্যাদিৰহে প্ৰাধান্য দিয়া হৈছে। সৰহভাগ বিষয় আধুনিক জীৱনৰ লগত সঙ্গতি ৰাখিয়েই নিৰ্ব্বাচন কৰা হৈছে। প্ৰৱন্ধতকৈ কাহিনীমূলক ৰচনাই অধিক। ধেমেলীয়া কবিতা আৰু কাহিনী যথেষ্ট সংখ্যক দিয়া হৈছে।

ভাষাৰ ক্ষেত্ৰত কথা-বতৰাৰ ভাষা আৰু ভঙ্গীকে সাধাৰণতে ব্যৱহাৰ কৰা হৈছে। বক্তৃতা- স্থলভ গধূৰ ভাষা পৰাপক্ষত বৰ্জন কৰিছোঁ। ৰচনা-পদ্ধতিৰ বেলেগ বেলেগ ভঙ্গীৰ লগত পৰিচিত হব পৰাকৈ প্ৰতিস্থিত শিশু-সাহিত্যিক সকলৰ পৰা বহুতো সমল আহৰণ কৰা হৈছে। মহাত্মাগান্ধী আৰু জিম কৰবেটৰ ৰচনাৰ সংক্ষিপ্ত অনুবাদ গ্ৰন্থকাৰৰ নিজৰ। বিভিন্ন ধৰণৰ বাক্যৰ ব্যৱহাৰৰ প্ৰতি বিশেষ লক্ষ্য ৰাখিছোঁ। জতুৱা ঠাচ খণ্ডবাক্য ইত্যাদিৰ ব্যৱহাৰৰ ক্ষেত্ৰত গ্ৰাম্যতা আৰু স্থূলতা সততে বৰ্জন কৰিছো। পাঠৰ অন্তত অনুশীলনীবোৰ বিশেষ যত্ন সহকাৰে প্ৰস্তুত কৰা হৈছে। প্ৰত্যেক পাঠত নতুন খণ্ডবাক্য, কঠিন শব্দ আদিৰ অৰ্থ আৰু প্ৰয়োগৰ অভ্যাস কৰিবলৈ

দিয়া হৈছে। শিক্ষকসকলে আভিধানিক অৰ্থ দিবলৈ চেষ্টা নকৰি বাক্যত থকা ব্যৱহাৰিক অৰ্থহে দিয়া বাঞ্ছনীয়। অনুশীলনীৰ কিছু প্ৰশ্ন ছাত্ৰৰ বোধগম্যতাৰ পৰীক্ষা। সেই প্ৰশ্নবোৰৰ উত্তৰ পোনপটীয়া ভাবে মুখেৰে কোৱাই ছাত্ৰক লিখিবলৈ দিব পাৰি। ৰচনা-ধৰ্মী ( Essay type ) প্ৰশ্নৰ সংখ্যা তাত অতি তাকৰ। ছাত্ৰৰ কৌতূহল সৃষ্টিৰ বাবে আৰু তেওঁলোকৰ প্ৰয়োগ শক্তি নিৰ্ধাৰণৰ অৰ্থে বিভিন্ন ধৰণৰ প্ৰশ্ন দিয়া হৈছে।

এটা কথা লক্ষ্য কৰিবলগীয়া যে পাঠৰ অন্তত কোনো শব্দাৰ্থ বা টোকা দিয়া নাই। তাৰ দায়িত্ব প্ৰণেতাই শিক্ষকসকলকেই দিব খোজে। ছাত্ৰই নোৱাৰাখিনিত শিক্ষকে সহায় কৰিলে ছাত্ৰ শিক্ষকৰ যোগাযোগ বৃদ্ধি পায়। পুথিখনেই স্বয়ং শিক্ষক হোৱাটো বাঞ্ছনীয় নহয় বুলিয়েই আমাৰ ধাৰণা।

ইয়াত যি সকল লিখকৰ প্ৰবন্ধ আদি ব্যৱহাৰ কৰা হল তেখেত-সকলৰ প্ৰতি আৰু তেখেতসকলৰ স্বত্বাধিকাৰীসকলৰ প্ৰতি আমাৰ কৃতজ্ঞতা থাকিল।

ইতি

গ্ৰন্থকাৰ

# সূচীপত্ৰ

# আমাৰ কিতাপ



## সবাতোকৈ আপোন

হয়তো নহব পাৰে মোৰ আই সবাতো' শুৱনি,
তথাপি আপোন মোৰ আই,
গছ লতা ফুলে ভৰা এইখন ধুনীয়া-ধৰণী
তেৰেঁ মোক দিলেহি চিনাই।

হয়তো নহব পাৰে মোৰ দেশ সবাতো' চহকী,
তথাপি আপোন মোৰ দেশ,
ইয়াৰ নগৰ-গাওঁ জান-জুৰি প্ৰাণৰ চিনাকি,
যাৰ নাই মহিমাৰ শেষ।

হয়তো নহব পাৰে মোৰ ভাষা সবাতো' সুৰীয়া
তথাপি আপোন এই ভাষা।
তাৰেই প্ৰকাশ কৰোঁ অন্তৰৰ ভাব কুমলীয়া
সুখ দুখ স্নেহ শান্তি আশা।

মোৰ আই, মোৰ দেশ, মোৰ ভাষা ভালপাওঁ মই,
তাৰে মই চিনিম জগত,
সুবিশাল পৃথিবীত হাতে হাত ধৰা ধৰি কৈ
খোজ দিম সবাৰে লগত।

**অনুশীলনী**

১। অৰ্থ শিকা ঃ সবাতো', ধৰণী, সুৰীয়া, প্ৰকাশ, সুবিশাল।

২। কবিতাটোত পৃথিবী বুজোৱা আৰু দুটা শব্দ আছে, বিচাৰি উলিওৱা।

৩। সবাতো', সবাৰে—এই শব্দ দুটা সাধাৰণ কথা-বতৰাত ব্যৱহাৰ হয়নে ? সবাতো' শব্দটোৰ পিচত ' ( লুপ্ত চিন ) কিয় দিয়া হৈছে বাৰু ? শিক্ষকৰ পৰা জানি লোৱাঁ।

৪। কবিয়ে মাকক ভাল পায়, কাৰণ—

(ক) তেওঁৰ মাক সকলোতকৈ ধুনীয়া।

(খ) তেওঁৰ মাকেও তেওঁক ভাল পায়।

(গ) মাকৰ পৰাই তেওঁ পৃথিবীখন চিনি পালে।

(ঘ) মাকৰ সমান মহান আৰু কোনো নাই।

কবিৰ মতে ওপৰত দিয়া কোনটো কাৰণ শুদ্ধ ? সেই কাৰণটোৰ কাষত ✓চিন দিয়া।

৫। কবিয়ে নিজৰ মাতৃভাষা কিয় ভাল পায় লিখা।

৬। নিজৰ মাক, দেশ আৰু ভাষাক ভালপোৱাৰ মাজেৰে কবিয়ে কি কৰিব খোজে ?

———



# ঢোঁৰা কাউৰী আৰু টিপচী চৰাই

**লক্ষ্মীনাথ বেজবৰুৱা**

এটা ঢোঁৰা কাউৰী আৰু এটা টিপচী চৰাই আছিল। সিহঁত দুয়ো সখি বান্ধিছিল। এদিন দুয়ো একেলগে এজোপা গছৰ ডালত বহি আছিল। এনেতে দেখিলে যে এজনী বুঢ়ীয়ে ধান সিজাই চোতালত মেলি দিছে। কাউৰীয়ে টিপচীক ক'লে, "সখি সখি, চোৱাঁচোন সেই বুঢ়ীজনীয়ে সিজোৱা ধান ৰ'দত মেলি দিছে, এথাপ মাৰি আমি আনোহঁক আহাঁ।" টিপচীয়েও "এৰা আনোহঁক আহাঁ" বুলি মাত দিলত কাউৰীয়ে ক'লে, "কিন্তু সখি এটা কথা, মই ঠোঁটত যিমান ধান আনিম তুমিও যদি সিমান আনিব নোৱাৰা তেনেহলে মই তোমাক খাম। আৰু তুমি যিমান আনিবা ময়ো যদি সিমান আনিব নোৱাৰো তেনে তুমি মোক খাবা।" ঢোঁৰা কাউৰীৰ কথা শুনি টিপচীয়ে ভাবিলে—"মই তো তাতকৈ বেছি ধান একে থাপতে আনিব নোৱাৰিমেই, সেইদেখি বুজিছোঁ

সি মোক খাবৰ বুদ্ধি পাতিছে। বাৰু দেখাই যাওকচোন সি মোক কেনেকৈ খায়।" ইয়াকে ভাবি টিপচীয়ে উত্তৰ দিলে, "বাৰু সখি সেয়ে হওক।" ঢোঁৰা কাউৰীয়ে ক'লে, "তেন্তে তুমি আগেয়ে থাপমাৰি আনা।" টিপচীয়ে উত্তৰ দিলে, "নহয় সখি তুমি আগেয়ে আনা।" কাউৰীয়ে ক'লে, "তুমিহে আগ হব লাগে, মই তোমাৰ পাচতহে।" এই কথা শুনি টিপচীয়ে তাৰ এখুদমান ঠোঁটেৰে থাপমাৰি এঠোঁট ধান আনিলে, কিন্তু সি নিচেই তাকৰ। তাৰ পিচত ঢোঁৰা কাউৰীয়ে থাপমাৰি ইমান ধান আনিলে যে টিপচীয়ে অনা ধানতকৈ সি অনেক গুণে সৰহ হ'ল। ঢোঁৰা কাউৰীয়ে ধান আনিয়েই মাত লগালে, "সখি মই এতিয়া তোমাক খাম।" টিপচীয়ে উত্তৰ দিলে, "নিশ্চয় খাবা। কিন্তু, খোৱাৰ আগতে তুমি মোৰ এটা কথা ৰাখিব লাগিব। তুমি সততে মৰা শ খাই ফুৰা, সেইবাবে তোমাৰ ঠোঁটটোত বৰ বেয়া গোন্ধ, তুমি অনুগ্ৰহ কৰি তোমাৰ ঠোঁটটো সাগৰৰ পানীত ধুইহে মোক খাবা।" কাউৰীয়ে কলে, "বাৰু তোমাৰ কথা ৰাখিম। মই এতিয়াই মোৰ ঠোঁটটো সাগৰৰ পানীত ধুই আহোঁগৈ।" এই বুলি কৈ সি উৰি গৈ সাগৰৰ কায পাই সাগৰক মাতিলে,— "সাগৰ ককাই, অ' সাগৰ ককাই?" সাগৰে ক'লে, "কি হ'ল?" কাউৰীয়ে কলে,—"দে পানী পখালোঁ ঠোঁট।

ভোজন কৰোঁ টিপচী গোট॥"

সাগৰে ক'লে, "কিহতকৈ দিম? যদি কিবা এটা পাত্ৰ দিব পাৰা তেন্তে দিব পাৰোঁ।" সাগৰৰ কথা শুনি কাউৰীয়ে টেকেলি এটা বিচাৰি কুমাৰৰ ঘৰলৈ গ'ল। কুমাৰক কাউৰীয়ে মাত লগালে, "কুমাৰ ককাই, কুমাৰ ককাই।" কুমাৰে সুধিলে, "কি হ'ল?"



কাউৰীয়ে কলে,—"দে টেকেলি, তোলোঁ পানী, পখালোঁ ঠোঁট।

ভোজন কৰোঁ টিপচী গোট॥"

কুমাৰে ক'লে 'মোৰ ঘৰত গঢ়া টেকেলি নাই। যদি অলপমান মাটি আনি দিব পাৰা, তেন্তে মই টেকেলি এটা গঢ়ি দিব পাৰোঁ।" কুমাৰৰ কথা শুনি কাউৰীয়ে মাটিৰ ওচৰলৈ গৈ মাটিক কলে,—"দে মাটি, দিওঁ কুমাৰক, গঢ়ক টেকেলি,

তোলোঁ পানী, পখালোঁ ঠোঁট।

ভোজন কৰোঁ টিপচী গোট॥"

মাটিয়ে উত্তৰ দিলে, "মই নিজে কেনেকৈ দিম? যদি কিবা উপায়েৰে খান্দি নিব পাৰা নিয়া।" তেতিয়া কাউৰীয়ে ভাবিলে যে খন্তি এখন হলেই দেখোন কাম সমাধা হয়। এই বুলি কাউৰীয়ে এইবাৰ কমাৰৰ ওচৰ চাপিল। বাহিৰৰ পৰা কাউৰীয়ে কমাৰক মাত লগালে, "কমাৰ 'কাই, কমাৰ 'কাই, ঘৰত আছে নে?" কমাৰে উত্তৰ দিলে, "আছোঁ কাউৰী ভাই, কি সকামত বা আহিলা?" কাউৰীয়ে ক'লে,—"দে খন্তি, খান্দো মাটি।

দিওঁ কুমাৰক গঢ়ক ঘটি॥

তোলোঁ পানী, পখালোঁ ঠোঁট।

ভোজন কৰোঁ টিপচী গোট॥"

কমাৰে কলে, "মোৰ জুইকুৰা নুমাই গ'ল। যদি মোক অলপ জুই আনি দিব পাৰা, তেন্তে মই এতিয়াই খন্তি এখন গঢ়ি দিব পাৰোঁ।"

কাউৰীয়ে কমাৰৰ কথা শুনি চাৰিওফালে চাই দেখিলে যে সাগৰৰ সিপাৰে এঠাইত জুইৰ ধোঁৱা ওলাইছে। সি উৰি গৈ সিপাৰ পাই এজনী বুঢ়ীয়ে ধান সিজাই থকা দেখিলে। বুঢ়ীৰ

ওচৰ চাপি কাউৰীয়ে ক'লে, "আই, মোক অলপ জুই দিব পাৰা নে ?" বুঢ়ীয়ে উত্তৰ দিলে, "কিহতকৈ দিম ?" কাউৰীয়ে কলে, "মোৰ ডোকাৰ ভিতৰতে বান্ধি দিয়া।" বুঢ়ীয়ে তাকে কৰিলে। কাউৰীয়ে জুইৰ অঙঠাৰ টোপোলাটো ডোকাত বান্ধি লৈ সাগৰৰ ওপৰেদি উৰি থাকোঁতে তাত বতাহ লাগি জ্বলি উঠি



ডোকা পুৰি গলত সি মাজ সাগৰত পৰি বুৰি মৰিল। ইফালে টিপচী চৰাইয়ে মনে মনে কাউৰীৰ পিছে পিছে আহি আগৰে পৰা গুৰিলৈকে এটাইবোৰ লক্ষ্য কৰি আছিল। শেষত কাউৰীৰ এনে মৃত্যু দেখি সি সন্তোষ পাই এজোপা গছৰ ডালৰ পৰা উৰি আন এজোপা গছৰ ডালত পৰিলগৈ। আৰু মোৰ কাপোৰ-কানি ক'লা হলত, ময়ো গুচি আহিলোঁ।

ঢেকীয়াই মেলিলে ঠোৰ।
মোৰ কথাৰ পৰিল ওৰ ॥



**অনুশীলনী**

১। এই শব্দ আৰু খণ্ডবাক্য কেইটা নিজৰ বাক্যত ব্যৱহাৰ কৰা ঃ সততে, এঠোঁট, সমাধা, তাকৰ, সকাম, আগৰপৰা গুৰিলৈকে।

২। কাউৰী দুজাত, এজাতৰ নাম সাধুত পাইছাই—আন জাতৰ নাম কি ?

৩। টিপচীৰ দৰে সৰু চৰাই চাৰি বিধৰ নাম কোৱাঁ।

৪। "দে পানী পখালোঁ ঠোঁট
ভোজন কৰোঁ টিপচী গোট ॥"

— এই পদফাঁকি ঘৰুৱা কথাৰে কোৱাচোন।

৫। কোনে কিমান ধান আনিব পাৰে সেই পৰীক্ষাটো কাউৰীয়ে কিয় কৰিছিল ?

৬। তাৰ উদ্দেশ্য সিদ্ধ হ'ল নে ?

৭। কাউৰীৰ অৱস্থা কি হলগৈ আৰু কেনেকৈ হ'ল ?

৮। তলত দিয়া বাক্য দুটা জোৰা লগাই এটা কৰা ('আৰু' শব্দটো ব্যৱহাৰ নকৰাকৈ)। মোৰ কাপোৰ কানি ক'লা হ'ল। মই গুচি আহিলোঁ।

৯। লক্ষ্মীনাথ বেজবৰুৱা কোন, শিক্ষকক সুধি লোৱা।

———



# বাঘ আৰু হাতীৰ যুঁজ

**জিম কৰবে'ট্**

এদিন টনকপুৰৰ দুজন নাৰৰীয়া গৈছিল সাৰদা নদীত মাছ মাৰিবলৈ। সিহঁতে সোনকালেই গাৰ লৈ উভতি যাব বুলি ভাবিছিল, পিছে নোৱাৰিলে। সিহঁতৰ গাওঁখন নৈৰ পৰা দুমাইল আঁতৰত। সিহঁত উভতি অহাৰ পৰত বেলি মাৰ গলেই। ঘন উলূৱনিৰ মাজেৰে বাট। কাষতে এটা ধহল জান। জানটোত অৱশ্যে বেছি পানী নাই। সিহঁত উভতি যাবলগীয়া ফালেই বাটৰ মাজতে বহি আছে দুটা বাঘ। নিৰুপায় হৈ সিহঁতে ঘাঁহনিৰ মাজতে জুপুকা মাৰি বহি বাঘ দুটা আঁতৰি যোৱালৈ বাট চাই থাকিল। সিহঁতে আগেয়েও বাঘ দেখিছে, গতিকে বেছি ভয় কৰা নাছিল।



অলপ আগতেহে বেলি বহিছে। মাৰ যোৱা বেলিৰ পোহৰে আকাশ তেতিয়াও পোহৰাই ৰাখিছে। তেনেতে পিচফালৰ পৰা পূৰ্ণিমাৰ জোনটো ওলাই আহিল। জোনৰ পোহৰত বাঘ দুটা স্পষ্টকৈ দেখা গ'ল তেনেকুৱাতে নাৰৰীয়াবোৰ যি বাটেৰে আহিছিল সেই ফালে এটা খচ্মচনি শুনা গ'ল। অলপ পিচতে ওলাই আহিল প্ৰকাণ্ড দাঁতেৰে এটা বিৰাট হাতী। এই দঁতাল হাতীটোক টনকপুৰৰ প্ৰায় সকলোৱে চিনি পায়। এই হাতীটোৱে মাজে মাজে বন-বিভাগৰ ঘৰবোৰৰ খুটাবোৰ উভালি পেলায়। সেইবাবে সকলোৱেই তাৰ ওপৰত বিৰক্ত। অৱশ্যে, হাতীটোৱে কোনো মানুহ মৰা নাছিল, গতিকে তাক ঠিক গুণ্ডা হাতী বুলিব নোৱাৰি।

জানটোত নামি হাতীটোৱে বাঘ দুটা দেখা পালে। দেখিয়েই সি ভীষণভাবে চিঞৰ এটা মাৰি শুঁৰ তুলি বাঘদুটালৈ চোঁচা ল'লে। বাঘেও উভতি ধৰিলে। হাতীটো আগবাঢ়ি যাওঁতে এটা বাঘ থাকিল তাৰ আগফালে, আৰু আনটো ঘূৰি আহি পিচফালৰ পৰা জাপমাৰি হাতীৰ পিঠিত উঠিল। শুঁৰডাল তুলি হাতীয়ে ওপৰৰ বাঘটো ধৰিবলৈ যাওঁতে আনটো বাঘ হাতীৰ মূৰৰ ফালে জপিয়াই পৰিল। বিবুধি হৈ হাতীয়ে চিঞৰিবলৈ ধৰিলে। বাঘ দুটাইও গুঁজৰিবলৈ ধৰিলে। হাতীৰ চেঁহনি বাঘৰ গোজৰণিত গোটেইখন তালফাল লাগিল। নাৰৰীয়া দুজনে জাল মাছ সকলো পেলাই গাৱঁৰ ফাললৈ প্ৰাণটাকি লৰ ধৰিলে।

বাঘ আৰু হাতীৰ এই যুদ্ধৰ শব্দ টনকপুৰৰ মানুহেও শুনিলে। তেতিয়া গাৱঁৰ মানুহবোৰে ৰাতিৰ আহাৰৰ আয়োজন কৰিছিল। নাৰৰীয়া দুজনৰ মুখত বৰ্ণনা শুনি দুজনমান সাহিয়াল মানুহ হাবিৰ

ফালে গ'ল যুঁজখন চাবলৈ। কিন্তু শব্দৰ পৰা বুজা গ'ল যে যুঁজাৰু জন্তু কেইটা যুঁজ কৰি কৰি তেওঁলোকৰ ফাললৈকে আহিছে। ভয়ত আটাইখন লৰি লৰি গাঁৱলৈ উভতি আহিল। আহিয়েই ঘৰৰ দুৱাৰ খিৰিকী সকলোবোৰ বন্ধ কৰি দিলে। সেই যুঁজখন কিমান পৰ চলিছিল সেই বিষয়ে গাৱঁৰ সকলো মানুহ একমত নহয়। কোনোৱে কয় বোলে গোটেই ৰাতি চলিছিল এই যুঁজ। কাৰো কাৰো মতে মাজনিশাতে যুঁজখন শেষ হৈ যায়।

যুদ্ধখন লগা ঠাইখিনিৰ ওচৰতে অলপ ওখত আছিল মেথিচন চাহাবৰ ঘৰ। তেওঁ কলে যে যুঁজখন ভালেমান সময় চলিছিল, আৰু এনে তুমুল গাজনি তেওঁ হেনো জীৱনত শুনা নাই। ৰাতি শুনা বন্দুকৰ শব্দটো অৱশ্যে মেথিচনৰ নে পুলিচৰ সেইটোহে ধৰিব পৰা নগ'ল। কিন্তু বন্দুকৰ গুলিয়ে যুঁজাৰুসকলক তাৰ পৰা আঁতৰাব নোৱাৰিলে আৰু যুঁজো বন্ধ নহ'ল।

ৰাতিপুৱা টনকপুৰৰ মানুহবোৰ গৈ আকৌ সেই ওখ গড়াটোত থিয় দিলেগৈ। দেখা গ'ল নদীৰ পাৰৰ শিলগুটিৰে ভৰা ঠাইখিনিত হাতীটো মৰি পৰি আছে। পিচত হাতীৰ আঘাতৰ যি বৰ্ণনা শুনিলোঁ তাৰ পৰা অনুমান কৰিব পাৰি যে বেচিকৈ তেজ গৈয়েই হাতীটো মৃত্যুৰ মুখত পৰিল। হাতীটোৰ কোনো অংশ বাঘ দুটাই খোৱা নাই। তাত বা টনকপুৰৰ ওচৰে পাজৰে কোনো ঠাইতে আহত বা মৰা বাঘো দেখা যোৱা নাই।

মোৰ বোধেৰে, দ্বিতীয় বাঘটোৱে হাতীৰ মূৰৰ ওপৰত উঠিয়েই তাৰ চকু দুটা উলিয়াই পেলাইছিল। ফলত, অন্ধ হাতীটো লৰা-ঢপৰা কৰি কৰি শিলবোৰৰ ওপৰত উঠিছিলগৈ। এই ঘূৰণীয়া শিলবোৰৰ ওপৰত খোজ ঠিক ৰাখিব নোৱাৰি হাতীটো



পৰি যায় আৰু বাঘ দুটাই সেই চলতে তাক ভালকৈ জখম কৰে। বাঘ দুটাইও নিশ্চয় বেছ আঘাত পাইছিল, আৰু সেই বাবেই খণ্ডত হাতীটোক শেষ কৰিহে এৰিলে।

**অনুশীলনী**

১। এই শব্দকেইটাৰ অৰ্থ শিকা আৰু নিজৰ বাক্যত ব্যৱহাৰ কৰা ঃ জান, নিৰুপায়, প্ৰকাণ্ড, স্পষ্ট, তুমুল, বিৰক্ত।

২। তলৰ প্ৰশ্ন কেইটাৰ উত্তৰ দিয়া ঃ—

(ক) টনকপুৰ আৰু সাৰদা কি ?

(খ) নাৱৰীয়া দুজনে বাঘ দুটা দেখিকিয় বেছি ভয় কৰা নাছিল ?

(গ) তেওঁলোকে বাঘ দুটা কেতিয়া স্পষ্টকৈ দেখিলে ?

(ঘ) হাতীটো কোন ফালৰ পৰা আহিছিল ?

(ঙ) হাতীটো মানুহ দুজনে কেনেকৈ চিনি পালে ?

(চ) বাঘ দুটা দেখি হাতীয়ে কি কৰিলে ?

(ছ) বাঘ দুটাইনো কি কৰিলে ?

(জ) যুঁজখন কিমান পৰ চলিছিল ?

(ঝ) যুঁজত কোন হাৰিল ?

৩। হাতীটো কেনেকৈ মৰিল তাৰ এটা চমু বিৱৰণ দিয়া।

৪। তলৰ বাক্যকেইটাৰ খালী ঠাইখিনি পাঠটোৰ পৰা উপযুক্ত শব্দ বাছি লৈ পূৰণ কৰা ঃ—

মানুহজনে ভয়তে—— মাৰি আছে। ল'ৰাবোৰে চিঞৰত—— লগাইছে। ম'হটোৱে ল'ৰাজাকলৈ——লৈছে। শুকান পাতৰ ওপৰত কিহবাৰ——শুনি শহাটোৱে——লৰ মাৰিছে।

৫। ওপৰৰ বাক্য কেইটা কোন 'কাল'ৰ বাক্য ?

**চিনাকী** ঃ—জিম কৰবে'ট্ এজন বিখ্যাত চিকাৰী আৰু গ্ৰন্থকাৰ।

———



# অণিমাৰ মেকুৰী পোৱালি

নতুন মেকুৰী পোৱালিটো আনি অণিমাৰ বৰ বিপদ হৈছে। বগা নোমাল পোৱালিটো। অণিমাই কোলাত ল'লে চকু দুটা মুদি মিউ মিউ কৰি থাকে। ইমান শান্ত! কিন্তু ঘৰৰ আনবোৰে মেকুৰীটো দেখিবই নোৱাৰে। কিমান যে জেঙা লগায় সি!

মাকে কয়, "তোৰ মেকুৰী চম্ভালিবি দেই অণিমা, মোৰ তাঁতখনৰ সূতা সোপাকে চিঙিলে।" অণিমাই বহি বহি মাকৰ তাঁতৰ সূতা জোৰাই দিয়ে।

বাইদেৱেকে কয়, "তোৰ মেকুৰীয়ে মোৰ উলৰ নেচাটো আউল লগাই পেলালে।" অণিমাই পোৱালিটোক চৰ এটা মাৰি বায়েকৰ উলৰ জট ভাঙিবলৈ লাগি যায়। পিচত মনে মনে



মেকুৰীটোক কোলাত লৈ মৰম কৰি কয়, "দুখ পালি নেকি পুছি? তইনো ইমান দুষ্ট কিয়?"

পুছিয়ে চকু মুদি কয়—"মিউ, মিউ।"

ইমানলৈকে ঠিকেই আছিল।

এদিন পুছিয়ে দেউতাকৰ পঢ়ামেজত থকা গ্লোবটোৰ লগত ধেমালি কৰি আছিল। হাতোৰাৰে গ্লোবটো ঘূৰাই দিয়ে আকৌ থাপ মাৰি ধৰি বন্ধ কৰে। অণিমাইও বৰ ৰং পাইছিল। পিছে এবাৰ তেনেকৈ থপিয়াওঁতে গ্লোবটো মেজত উবুৰি খাই দেউতাকৰ দোৱাত দানীটোত পৰিল। ক'লা চিয়াঁহীৰ দোৱাতটো চিটিকি পৰিলগৈ দেউতাকৰ কিতাপ-কাগজ সোপাৰ ওপৰত—তাৰ পৰা বাগৰি মজিয়াত। কিতাপ-কাগজ মেজ-মজিয়া সকলোবোৰতে চিয়াঁহীৰ দাগ। অণিমাই মনে মনে ধুই থ'ব খুজিছিল, পিছে ধৰা পৰি গ'ল মাকৰ হাতত।

আবেলি অফিচৰ পৰা আহি দেউতাক খঙত গহীন হৈ গ'ল। তেওঁৰ বহুতো দামী কিতাপ-কাগজ নষ্ট হ'ল। তেওঁ কাকো একো নকৈ গধূলি পৰত মেকুৰী পোৱালিটো লৈ গৈ বহুত দূৰত এৰি থৈ আহিল গৈ। কান্দি কাটি অণিমা শুই থাকিল।

জাৰ কালিৰ ৰাতি। দুৱাৰ খিৰিকী সকলো বন্ধ কৈ থোৱা হৈছে। হঠাৎ অণিমাই কোমল কিবা এটা গালত লগা যেন পালে। তাই চকুমেলি চাই দেখে, পুছি। নজনাকৈয়ে তাই ডাঙৰকৈ মাত দিলে, "পুছি আহিলি?" তাইৰ মাতত দেউতাকে সাৰ পালে। দেউতাকে ভাবিলে বেচেৰী অণিমাই সপোনতে তেনেকৈ চিঞৰিছে। কিন্তু হঠাৎ তেওঁৰ চকু গ'ল দুৱাৰৰ ফালে। দুৱাৰখন মেল খাই আছে। কেনেকৈ মেল খালে?

তেওঁ দেখোন শোৱাৰ আগতে নিজেই দুৱাৰখন ভালকৈ বন্ধ কৰিছিল। তেওঁ উঠি বহিল। ছাঁৰ দৰে কিবা দুটা ওলাই যোৱা যেন দেখি তেওঁ চিঞৰি দিলে, "চোৰ, চোৰ।"

ওচৰ চুবুৰীয়া গোট খালেহি। চোৰ সোমাইছিল সঁচা; কিন্তু একো নিব নোৱাৰিলে। খিৰিকী এখনৰ লোহা বেঁকা কৰি চোৰ সোমাই দুৱাৰখন মেলি লৈছিল। পুছিয়ে চাগৈ কেনেবাকৈ বাট চিনি আহি বাহিৰত ৰৈ আছিল। দুৱাৰ মেলা পাই বোধকৰোঁ তাই সোমাই আহিছিল।

দেউতাকে অণিমাৰ হাতৰ পৰা পুছিক কোলাত লৈ ক'লে, "অকণমানি পুছিজনী, তোৰ পৰাহে আজি আমি ৰক্ষা পৰিলোঁ।"

অণিমাৰ চকুপানী শুকাই গ'ল।

**অনুশীলনী**

১। অৰ্থ শিকা আৰু বাক্য সাজা:

জেঙা, আউল, গ্লোব, বন্ধকৈ, ৰক্ষা পৰিলোঁ।

২। পুছিয়ে অণিমাৰ মাক আৰু বাইদেৱেকৰ ওচৰত কি জেঙা লগাইছিল? তাৰ ফলত অণিমাই কি কৰিবলগীয়া হৈছিল?

৩। পুছিয়ে অণিমাৰ দেউতাকৰ মেজত উঠি কি কৰিছিল? কৰোঁতে কি হ'ল?

৪। সন্ধিয়া দেউতাকে পুছিক কি কৰিলে?

৫। ঘৰত চোৰ সোমোৱা কথাটো দেউতাকে কেনেকৈ গম পালে?



৬। শেষত দেউতাকে পুছিক কিয় মৰম কৰিলে?

৭। তলৰ বাক্য কেইটাৰ ক্ৰিয়াবিলাক বাচি উলিয়াই 'কাল' নিৰূপণ কৰা:—

কিমান যে জেঙা লগায় সি! অণিমাইও ৰং পাইছিল। পিচে ধৰা পৰি গ'ল। তাই চকুমেলি দেখে—পুছি। কান্দি কাটি অণিমা শুই থাকিল। তোৰ পৰাহে আজি ৰক্ষা পৰিলোঁ।

——





# ককা আৰু নাতি ল'ৰা

**যতীন্দ্ৰনাথ দুৱৰা**

( ১ )

কাক আৰু নাতি ল'ৰা একে লগে বহি
সাজিছে বালিৰ ঘৰ দুয়ো হাঁহি হাঁহি,
পোনাটি পুৱাৰ যেন প্ৰথম কিৰণ,
আনজন সন্ধিয়াৰ হেঙুলি ৰহন।

( ২ )

হাঁহি হাঁহি পোনাটিয়ে কয় উলাহেৰে
সাজিম ইয়াতে ঘৰ অতি যতনেৰে।
থাকিব ইয়াতে মোৰ হাতী ঘোঁৰা যত,
লগুৱা-লিগিৰী আৰু বয়বস্তু কত।
চাৰি ফালে ওখ ওখ ঢাপ তুলি মই,
ৰাখিম ঘৰটি মোৰ চোৰ নহাকই।
মাজত ফুলনিখনি জেউতি চৰাব,
বাটৰুৱা ভোল গই ৰ'ই ৰ'ই চাব।



( ৩ )

ককাই সহাঁৰি কয় মূৰ দুপিয়াই—
"সাজিছিলোঁ তেনে ঘৰ কোনোবা দিনাই।
আছিল তাতেই মোৰ হাতী ঘোঁৰা যত,
লগুৱা-লিগিৰী আৰু বয়বস্তু কত।
এনেদৰে ঢাপ তুলি বাৰী পাতি মই,
ৰাখিছিলোঁ ঘৰখনি চোৰ নহাকই,
ফুলিছিল ফুল মোৰ ফুলনি শুৱাই
কালৰ সোঁতে যে নিলে সকলো উটাই।"

( ৪ )

এনেদৰে সময়ৰ সোঁত পাহৰাই
ওমলে জামলে দুয়ো একেলগ হই।
একেলগে মেলে দুয়ো হৃদয়-দাপোন,
লৰালি কালৰ দেখে সোণালী সপোন।
এজনে ৰঙেৰে চায় ভবিষ্য-মূৰতি,—
আন জনে ভাবে বহি অতীতৰ স্মৃতি।

**অনুশীলনী**

১। কবিতাটো মুখস্থ কৰা।

২। অৰ্থ শিকা ঃ—

হেঙুলী কিৰণ, লিগিৰী, ভবিষ্য-মূৰতি, স্মৃতি, দাপোন।

৩। তলত দিয়া কথাখিনিৰ একো ফাঁকিত 'ককা'ৰ কথা উল্লেখ কৰা হৈছে আৰু একো ফাঁকিত 'নাতি'ৰ কথা কোৱা হৈছে, ককাকৰ

উল্লেখ থকা শাৰীৰ দাঁতিত 'ক' লিখা আৰু নাতিৰ উল্লেখ থকা শাৰীৰ দাঁতিত 'না' লিখা।

(ক) পুৱাৰ প্ৰথম কিৰণ—

(খ) ভাবে বহি অতীতৰ স্মৃতি—

(গ) ৰঙেৰে চায় ভবিষ্য-মূৰতি—

(ঘ) সন্ধিয়াৰ হেঙুলি ৰহন—

৪। ককা আৰু নাতি ল'ৰা দুয়ো ঘৰ সজাৰ কথা কৈছে। দুয়ো দুটা 'কাল' (ব্যাকৰণৰ) ব্যৱহাৰ কৰিছে। কোন জনে কি কাল ব্যৱহাৰ কৰিছে বাৰু?

৫। বালিৰ ঘৰ স্থায়ী নে? কবিয়ে 'বালিৰ ঘৰ' নেলেখি 'শিলৰ ঘৰ' লিখা হ'লে কবিতাটোৰ কিবা হানি হ'লহেঁতেন নে?

——





# শ্ৰৱণ আৰু হৰিশ্চন্দ্ৰ

**মহাত্মা গান্ধী**

পাঠ্যপুথিৰ বাহিৰে আন কিতাপ যে কেতিয়াবা পঢ়িম—সেই কথা তেতিয়া ভাবিবই নোৱাৰিছিলোঁ। কিন্তু কেনেকৈ জানো হঠাৎ এদিন চকুত পৰিল দেউতাই কিনা এখন নাটক। নাটকখনৰ নাম আছিল 'শ্ৰৱণৰ পিতৃভক্তি'। বৰ মনোযোগেৰে মই কিতাপখন পঢ়ি পেলালোঁ।

সেই সময়ত ৰাজকোট চহৰত কিছুমান মানুহে বায়োস্কোপৰ বাকচত ছবি দেখুৱাই ফুৰিছিল। তাতে এখন ছবি দেখিছিলোঁ, শ্ৰৱণে কান্ধত ভাৰ এখন লৈ তাতে অন্ধ মাক-দেউতাকক বহুৱাই তীৰ্থলৈ লৈ গৈছে।

সেই নাটকখনৰ বিষয়বস্তু আৰু ছবিখনে মোৰ মনত গভীৰ

প্ৰভাৱ পেলাইছিল। মই মনে মনে ঠিক কৰিছিলোঁ। ময়ো শ্ৰৱণৰ দৰে হব লাগিব। শ্ৰৱণৰ মৃত্যুত তেওঁৰ মাক-দেউতাকে কেনে আকুলভাবে কান্দিছিল সেই কথা মই আজিও পাহৰিব পৰা নাই। দেউতাই মোক এটা মাউথ অৰগেন কিনি দিছিল। মই তাত সেই বিলাপৰ সুৰ তুলিবলৈ যত্ন কৰিছিলোঁ।

আৰু এখন নাটকে মনত দ সাঁচ বহুৱাইছিল। সেইসময়ত ৰাজকোটলৈ এটা যাত্ৰা অভিনয়ৰ দল আহিছিল। দেউতাৰ অনুমতি লৈ মই এদিন যাত্ৰা চাই আহোঁগৈ। নাটকখন আছিল হৰিশ্চন্দ্ৰৰ উপাখ্যান। সেই অভিনয়ে বহুত দিনলৈকে মোৰ মনত দ সাঁচ পেলাইছিল। এনেহে লাগিছিল যেন বাৰে বাৰে চালেও মোৰ হেঁপাহ নপলাব। কিন্তু সদায় যাত্ৰা চাবলৈ অনুমতি পোৱা যাব জানো ?

হৰিশ্চন্দ্ৰ নাটকখনৰ কথাবোৰ বহু দিনলৈ মোৰ কাণত বাজি আছিল। কিমান দিন যে হৰিশ্চন্দ্ৰৰ ভাও লৈ মনৰ ভিতৰতেই অভিনয় কৰিছিলোঁ তাৰ হিচাপ নাই। দিনে নিশাই মোৰ মনত মাথোন একেটাই প্ৰশ্ন, সকলো মানুহ বাৰু হৰিশ্চন্দ্ৰৰ দৰে সত্যৰ প্ৰতি আগ্ৰহশীল নহয় কিয় ?

হৰিশ্চন্দ্ৰ নাটকৰ প্ৰত্যেকটো ঘটনাকে মই আখৰে আখৰে সঁচা বুলি ভাবিছিলোঁ। সত্য পথত চলিব লাগিব, সত্যৰ বাবে সকলো দুখ কষ্ট সহিব লাগিব, এনে ধৰণৰ চিন্তাই মোক আকুল কৰি তুলিছিল।

এতিয়াও মোৰ মনত হৰিশ্চন্দ্ৰ আৰু শ্ৰৱণ জীৱন্ত মানুহ। মই যদি এই বয়সতো সেই নাটক দুখন পঢ়িবলৈ লওঁ, মোৰ চকুৰেদি নিশ্চয় চকুলো বৈ আহিব।



**অনুশীলনী**

১। শ্ৰৱণৰ পিতৃভক্তি আৰু হৰিশ্চন্দ্ৰৰ কাহিনী দুটা শিক্ষকৰ পৰা জানি লোৱা।

২। মহাত্মা গান্ধীয়ে শ্ৰৱণৰ পিতৃভক্তি নাটকখন কেনেকৈ পালে ?

৩। দেউতাকে কিনি দিয়া মাউথ অৰগেনত মহাত্মাই কি সুৰ তুলিবলৈ যত্ন কৰিছিল ?

৪। হৰিশ্চন্দ্ৰ নাটকখন চাই মহাত্মাৰ মনত কি প্ৰশ্নৰ উদয় হৈছিল ?

৫। "সদায় যাত্ৰা চাবলৈ অনুমতি পোৱা যাব জানো ?"—এই প্ৰশ্নটোৰ প্ৰকৃত অৰ্থ কি ?

৬। 'মাউথ অৰগেন' আৰু 'বায়োস্কোপৰ বাকচ' বস্তু দুটা কি জানানে ? নাজানা যদি শিক্ষকৰ পৰা জানি লোৱা।

৭। তলত তিনিটা বাক্য দুটুকুৰাকৈ ভাঙি খেলিমেলিকৈ থোৱা আছে। লগলগাই প্ৰকৃত অৰ্থ উলিওৱা ঃ

| | |
|---|---|
| ১। ভাৰতীয় মানুহৰ দুখ কষ্টই | ১। তেওঁৰ কাণত বাজি আছিল। |
| ২। ভাৰতৰ মুক্তিৰ বাবে | ২। মহাত্মাৰ মনত দ সাঁচ বহুৱাইছিল। |
| ৩। দুখীয়া মানুহৰ বিননি | ৩। তেওঁ দিনে নিশাই চিন্তা কৰিছিল। |

৮। এই পাঠটোত **চালে, চাই, চাবলৈ** এই তিনিটা ক্ৰিয়াপদ আছে। সিহঁতৰ মূল ধাতুটো কি ? ক্ৰিয়া আৰু ধাতুৰ বিষয়ে ভালকৈ জানি লোৱা।

৯। 'আখৰে আখৰে সঁচা'– এই কথাষাৰ লগাই এটা বাক্য সজা।

———



## গছ আৰু কুঠাৰ

সৰু সৰু গছ পুলিবোৰৰ উচ্‌পিচনি লাগিছে। সিহঁতে ভয়তে ফুচ্‌ফুচাই চিঞৰিছে, "কুঠাৰ আহিছে, কুঠাৰ, বহুতো কুঠাৰ আহিছে। আজি কথা বিষম। আটাইবোৰ গছ কাটি পেলাব।" গছে আকৌ ফুচ্-ফুচাইহে চিঞৰিব পাৰে। আমাৰ দৰে চিঞৰত টেঁটু ফালিবলৈ সিহঁতৰ টেটুৰেই নাই! আটাইবোৰ হাবিৰ মাজৰ সুৰুকীয়া বাটটোলৈ চাই পঠালে। হয়, মানুহ এটা আহিছে। "পিছে কুঠাৰ ক'ত দেখিলি? কুঠাৰ আনিলেও এটা মানুহে এখন কুঠাৰহে আনিব। বহুত কুঠাৰ হব কেনেকৈ আকৌ?" বৰ আমজোপাই গহীনাই ফুচ্-ফুচালে।



"সেইয়া, সেইয়া হাতত" মেদেলুৱা জোপাই কঁপি কঁপি ক'লে, "বহুতো কুঠাৰ, সেইয়া কাৰৈ মাছ গাঁঠি অনাদি আনিছে।" সেই হাবিৰ মাজেদি যোৱা বাটটোৰে ন-পমুৱা গাঁৱৰ মানুহবোৰ হাটলৈ যায়। কমাৰ এটাই নাল নোহোৱা কুঠাৰ কিছুমান জৰি এডালত ওলোমাই লৈ গৈছে। হাটত বেচিবগৈ।

বৰ আমজোপাই কথাটো মন কৰিলে। তাৰ পিচত গহীনাই ফকৰা মাতিলে,—

"অকল কুঠাৰে গছ কাটিব নোৱাৰে
গছে যদি কুঠাৰক সহায় নকৰে।"

আমৰ কথাত আমৈলতাই ক'লে,—"ইস্ ইস্! এওঁ বৰ কথাটো কলে একেবাৰে। কুঠাৰে ক'ৰবাত গছে সহায় কৰিবলৈ বাট চাই থাকে নেকি? ঘছাঘছ কাটি যায় দেখোন।"

আম গছে আমৈলতালৈ চাই ক'লে,—"তোমাৰ দৰে লেউ-সেউ গছে এইবোৰ কথা ক'ত বুজি পাব? তাৰ উপৰি কুঠাৰে তোমাৰ সহায়ো নিবিচাৰে। বিচাৰে টান কট্‌কটীয়া গছৰহে।"

তেতিয়া বাকী গছবোৰে আমগছক ফকৰাটো বুজাই দিবলৈ ক'লে।

আমগছে ক'লে, "নাল নোহোৱা কুঠাৰে জানো কিবা কাটিব পাৰে? গছৰ ডালৰ নাল লগাই ললেহে কুঠাৰখন কামত আহে। গছবিলাকে ডাল নিদিলে কুঠাৰে একো কামকে কৰিব নোৱাৰে। গতিকে এই কমাৰটোৱে ওলোমাই লৈ যোৱা

কুঠাৰবোৰৰ পৰা আমাৰ অকণো ভয় নাই। গছৰ ডালৰ নাল লগালেহে ভয়। সেই বাবেহে কৈছিলোঁ,—

অকল কুঠাৰে গছ কাটিব নোৱাৰে,
গছে যদি কুঠাৰক সহায় নকৰে।"

**অনুশীলনী**

১। বাক্য সজা ঃ—
উচ্ পিচনি, স্থৰুকীয়া, পমুৱা, কট্ কটীয়া, লেউসেউ।

২। গছ পুলিবোৰৰ কি দেখি উচ্ পিচনি লাগিছিল?

৩। কমাৰটোৱে হাতত কি লৈ গৈছিল আৰু কিয় নিছিল?

৪। আম গছে কি ককৰা মাতিলে?

৫। আমৈলতাৱে কুঠাৰৰ নাল লগাব পাৰিনে?

৬। সাধুটোৰ পৰা কিবা শিকিবলগীয়া কথা পালানে? পালা যদি কি?

৭। "অকল কুঠাৰে গছ কাটিব নোৱাৰে
গছে যদি কুঠাৰক সহায় নকৰে।'

—এই কথা ফাঁকি বুজাই লেখা।

———





# পুতলাৰ বিচাৰ

**অতুলচন্দ্ৰ বৰুৱা**

বিক্ৰমাদিত্য ৰজাৰ সভাত থকা পণ্ডিতসকলৰ মাজত কালিদাস আছিল সৰ্ব্বশ্ৰেষ্ঠ। সেই কালত বাহুবলেৰে যিদৰে দেশ জয় কৰা হৈছিল, বুদ্ধিৰ বলেৰেও সেইদৰে আনক ঘটুৱাই জয়লাভ কৰাৰ প্ৰথা আছিল। সেই হেতুকেই প্ৰত্যেক ৰজাৰ সভাত কিছুমান বিখ্যাত বিখ্যাত পণ্ডিতক ভৰণ-পোষণ দি খুৱাই-বুৱাই বুদ্ধি আৰু পাণ্ডিত্য প্ৰকাশৰ কাৰণেই ৰখা হৈছিল। মহাৰাজ বিক্ৰমাদিত্যৰ সভাতো তেনেকুৱা যি নগৰাকী বিখ্যাত পণ্ডিত আছিল তেওঁলোকক নৱৰত্ন বুলিছিল। তেওঁলোকৰ ভিতৰত কালিদাস আছিল জাকত-জিলিকা।

এদিন ওচৰৰে আন এজন ৰজাই বিক্ৰমাদিত্যৰ সভালৈ তিনিটা ধুনীয়া কাঠৰ পুতলা দি পঠালে। পুতলাকেইটা মানুহৰ গঢ়ত সজা, এটা যেনে, আন দুটাও ঠিক তেনে। একে নাক, একে ভৰি, একে হাত। ৰজাই প্ৰশ্ন কৰি পঠাইছে, এই তিনিটাৰ ভিতৰত কোনটো উত্তম, কোনটো মধ্যম আৰ কোনটো অধম ?

ৰজাই পুতলাকেইটা চালে। ঘূৰাই ঘূৰাই চালে। লুটিয়াই বগৰাই চালে। কিন্তু দেখিলে সকলোটি যেন একেটি সাঁচতে গঢ়া, পাৰ্থক্য অকণো নাই। ওখই এটা যিমান, আন দুটাও সিমান। ধুনীয়া এটা যিমান, আন দুটাও সিমান।

সেইদিনা সভাত কিবা কাৰণত কালিদাস উপস্থিত নাছিল। ৰজাই সভাৰ পণ্ডিতসকলৰ হাতত পুতলা কেইটা দি প্ৰশ্নৰ উত্তৰ দিবলৈ কলে। পণ্ডিতসকলে পুতলাকেইটা লিৰিকি বিদাৰি চাই চিন্তা কৰি থাকিল।

এইদৰে এদিন গ'ল। দুদিন গ'ল, তিনিদিন গ'ল। তথাপি প্ৰশ্নৰ উত্তৰ পণ্ডিতসকলে দিব পৰা নাই। তেওঁলোকৰ মুখ শুকাই গ'ল। শেষত লাজ কাজ কাটি কৰি থৈ তেওঁলোক গৈ কালিদাসৰ ওচৰ চাপিল। কালিদাসে পুতলাকেইটা এবাৰ চালে আৰু কলে, "বাৰু, পুতলাকেইটা আজি মোৰ হাতত থাকক। কালিলৈ তাৰ বিচাৰ হব। মই আজি ইহঁতৰ লগত কথা পাতিম।" পণ্ডিতসকল আচৰিত হ'ল যদিও তেওঁলোকে কিছু সকাহ পালে। কাৰণ কালিদাসৰ ওপৰত ৰজা-প্ৰজা, জ্ঞানী-মানী, চহা-চহকী সকলোৰে সমান বিশ্বাস।

সেই দিনাৰ ভিতৰতে কথাটো ফাটি ফুটি গ'ল। পিছদিনা ৰাজসভাত মানুহ ভৰি পৰিল। কালিদাসে কিদৰে একে



পুতলাকেই উত্তম, মধ্যম আৰু অধম বুলি নাম দিয়ে তাক চাবলৈ অকল ৰজা, ৰাণী, মন্ত্ৰী-সভাসদ্ আদি লোকসকলেই নহয়, ৰাজ্যৰ বুঢ়া-মেথা, সাধু-ভকত আদি লোক সকলো আহিল আৰু সভাঘৰ ভৰি পৰিল।

যথা সময়ত হাতত পুতলাকেইটা লৈ কালিদাস সভাত উপস্থিত হলহি। তেওঁ পুতলা তিনিটাৰ এটাৰ গাত লিখিছে উত্তম, এটাৰ গাত লিখিছে মধ্যম আৰু আনটোৰ গাত লিখিছে অধম।

ৰজাই কালিদাসক প্ৰশ্ন কৰিলে, "আপুনি কিদৰে বাৰু পুতলাবোৰৰ বাছনি কৰিলে ? উত্তম, অধম কিদৰে নিৰ্ণয় কৰিলে ?" তেতিয়া কালিদাসে অকণমান কুটা এডাল হাতত লৈ কলে, "মহাৰাজ চাওক, প্ৰত্যেকটো পুতলাৰ মানুহৰ কাণত থকাৰ দৰে কাণৰ ভিতৰেদি ফুটা আছে। এই ফুটাইদি মই এতিয়া এইডাল কুটা সুমুৱাই দিম, চাব।" এইবুলি তেওঁ কুটাডাল প্ৰথমে উত্তম বুলি লিখি থোৱা পুতলাটোৰ কাণত ভৰাই দিলে। সি ভিতৰলৈ নগ'ল। তেওঁ কলে, "আনৰ কথা শুনি নীৰৱে থকা এওঁৰ স্বভাৱ। তেওঁ নিজে ভাবে আৰু কাম কৰে। সেয়ে এওঁ উত্তম লোক।"

তাৰ পিছত কালিদাসে মধ্যম বুলি লেখা পুতলাটোৰ কাণত কুটাগছ ভৰাই দিলে। দেখা গ'ল কুটাডাল ইকাণেদি সোমাই সিকাণেদি ওলাই গ'ল। কালিদাসে তেতিয়া কলে, "দেখিলে নহয়, এওঁ আনৰ কথা ইকাণেদি শুনি সিকাণেদি উলিয়াই দিয়ে অৰ্থাৎ কথাবোৰ পাহৰি যায়। কাৰো কথাই তেওঁৰ মনত নাথাকে। এওঁ হল উদাসীন প্ৰকৃতিৰ লোক। এওঁ মধ্যম।"

তাৰ পিছত তৃতীয় পুতলাটো হাতত লৈ কালিদাসে কলে, "চাওক আকৌ" এই বুলি তেওঁ কুটাডাল ইটো পুতলাৰ কাণৰ ভিতৰৰ বিন্ধাইদি ভৰাই দিলে। কুটাডাল এইবাৰ মুখেদি ওলালহি। তেতিয়া কালিদাসে কলে, "এওঁ অধম প্ৰকৃতিৰ লোক। তেওঁ আনৰ কথা শুনি চাৰিওফালে কৈ নুফুৰিলে থাকিব নোৱাৰে। এই প্ৰকৃতিৰ লোকে গৃহস্থালি ভাঙে। সমাজ নষ্ট কৰে। খেলৰ ভিতৰত এনে লোকক টুটকীয়া বোলে।"

কালিদাসৰ বুদ্ধি সকলোৱে শলাগিলে। সকলোৱে উত্তৰ পাই আনন্দ পালে। আৰু বিক্ৰমাদিত্যৰ সভাৰ পণ্ডিতসকলে ভূৰি ভূৰি প্ৰশংসা কৰিলে।

**অনুশীলনী**

১। অৰ্থ শিকা—সৰ্ব্বশ্ৰেষ্ঠ, বাহুবল, প্ৰথা, ভৰণপোষণ, পাণ্ডিত্য, পাৰ্থক্য, যত্ন, উত্তম, মধ্যম, অধম, উদাসীন, নিৰ্ণয়, নীৰৱ, গৃহস্থালি, খেল, ভূৰি ভূৰি।

২। বিক্ৰমাদিত্যৰ সভাত কেইজন বিখ্যাত পণ্ডিত আছিল? তেওঁলোকক সমূহীয়াকৈ কি বোলা হৈছিল?

৩। বিক্ৰমাদিত্যৰ সভালৈ পুতলাকেইটা কোনে পঠিয়াই দিছিল?

৪। কালিদাসে পুতলাকেইটাৰ মাজত কিবা পাৰ্থক্য পালেনে? পালে যদি কি কি?

৫। গল্পটোৰ মতে কেনেকুৱা মানুহ উত্তম, কেনেকুৱা জন মধ্যম আৰু কেনেকুৱা জন অধম, তলৰ খালী ঠাইত লিখা:

(ক) যাৰ পেটত কোনো কথা নাথাকে তেওঁ ——।



(খ) —জনে একাণে শুনি আনখন কাণেৰে উলিয়াই দিয়ে।

(গ) যি আনৰ কথা শুনে কিন্তু আনক নকয় তেওঁ——।

৬। তলৰ শব্দকেইটাৰ ভিতৰত কোন কেইটা বিশেষ্য আৰু কোন কেইটা বিশেষণ কোৱাঁ:

বিক্ৰমাদিত্য, সভা, বিশ্বাসী, উত্তম, প্ৰশ্ন, বিন্ধা, টুটকীয়া, প্ৰশংসা।

৭। বাক্য ৰচনা কৰা:

ফাটি ফুটি গ'ল, সকাহ পালে, লিৰিকি বিদাৰি।

৮। ইমান, সিমান, যিমান— এই শব্দকেইটা ব্যৱহাৰ কৰি এটা বাক্য সজা।

৯। "তেওঁলোকৰ মুখ শুকাই গ'ল", এই বাক্যটোৰ অৰ্থ কোনটো?

(ক) তেওঁলোকৰ আনন্দ লাগিল।

(খ) তেওঁলোকৰ ভয় লাগিল।

(গ) তেওঁলোকে লাজ পালে।

(ঘ) তেওঁলোকে আমনি পালে।

১০। এই শব্দকেইটাৰ বিপৰীত অৰ্থ বুজোৱা একোটাকৈ শব্দ লিখা:

পণ্ডিত, ৰজা, জ্ঞানী, ধনী।

———



# কঠালৰ নৰিয়া

**মুক্তিনাথ বৰদলৈ**

এদিন আমাৰ মইনাই পকা কঁঠাল খাই,
ভাবিলে, "এই পেটত আৰু ভাতৰ ঠাই নাই।"
পাটিত পৰিল, ধৰিলেহি টোপনিয়ে বেৰি,
সমাজিকৰ নগৰলৈ নিলে যতন কৰি,
ছঁয়ামায়া সমাজিকৰ নগৰ আচৰিত।
দেখে মইনাই—সকলো কথা সিঠাইত বিপৰীত।
বৰ পেটাল কঁঠালহঁতে নিহালি লৈ গাত
পাতৰ আঁৰত বিনাই কান্দে সৰাই গছৰ পাত।
খোজত খোজে ওচৰ চাপি মইনাই দেখে গৈ,
কেঁকাই মৰে কঁঠালবোৰ ছাটিফুটিকৈ।
মইনাই সোধে, "তহঁতৰ নো কিয় এনে গতি ?
কি হৈছে ক, বেজৰপৰা আনো দৰব জাতি।"



ধানপুৰীয়া কঁঠাল এটাই পাতৰ মাজৰ পৰা
কলে, "মইনা সোনাই, আমাক ইবাৰ ৰক্ষা কৰা।
কঁঠাল আমি, পাতৰ মাজৰ অকলশৰীয়া পহু,
আহাৰ মাহৰ বৰষুণে কৰিলে গাত খহু।
ভিতৰি পকা, বাহিৰে গা-ত খহুৰ খজুৰতি,
তৎ নাপাওঁ, ৰক্ষা কৰা, কৰিছোঁ মিনতি,
নিয়া আমাক বিহলঙনি বেজৰ কাষলৈ,
খহু তেৱেঁ ভাল কৰিব জৰা-ফুকাকৈ।"

এটা ছুটা কঁঠাল ছিঙি পিঠিত তুলি নিলে,
পুখুৰীপাৰৰ বিহলঙনি বেজক গতাই দিলে।
মূৰ কঁপাই বেজে গালে, "হৰ, বিষ হৰ,
কঁঠালৰ খহুৰ খজুৰতি পানী হৈ পৰ।"
জাৰি জাৰি বেজ বহিল হৈ লালকাল,
ক'লে, "জৰাফুকাত এই খহু নহয় ভাল।
ধানপুৰীয়া পকা কঁঠাল পাত মাজত থাকি
নৰ-মনিচক বঞ্চিত কৰি থলে হব কি ?
আছে উপায়, ষাঠ্ লাগিহে পকা কঁঠালবোৰ
সেৱাত লাগক যত মানে গুৰু ভকতৰ।
সিফেৰি পুণ্যৰ বলে বিষো নিব হৰি,
কঁঠাল লাগিব গছত সদায় বছৰি।"
তাকে কৰি কঁঠালহঁতৰ খজুৰতি গ'ল,
খহুবোৰৰ চিন পিছে গাত বহি ৰ'ল।

তেতিয়াৰে পৰা বাৰিষাৰ বতৰত,
ডাল ভৰি পকি থাকে কঁঠাল গছত।
মানুহ জাতিয়ে খাই আশীৰ্ব্বাদ দিয়ে,
কঁঠালৰ বিসঙ্গতি দূৰ কৰি নিয়ে।

———

**অনুশীলনী**

১। শব্দ শিকা ঃ—চাটিফুটি, ধানপুৰীয়া, বিহলঙনি, জৰাফুকা, নিহালি, সমাজিক, বিসঙ্গতি।

২। মইনাই কঁঠাল খাই উঠি সপোনত কি দেখিলে ?

৩। মইনাই কঁঠালবোৰক কি সুধিলে ?

৪। কঁঠালৰ গাত খহু কেনেকৈ হ'ল ?

৫। খহুৰ পৰা ৰক্ষা পাবলৈ বিহলঙনি বেজে কঁঠালক কি উপায় দিলে ?

৬। যাঠ কেতিয়া লাগে ? যাঠৰ আৰু এটা নাম কি ?

৭। গোটেই সাধুটো চমুকৈ কোৱাঁ।

৮। **সমাজিক** আৰু **সামাজিক** শব্দ দুটাৰ পাৰ্থক্য জানানে ? শিক্ষকৰ পৰা জানি লোৱা।

———



# চোলা আৰু টুপি

**—প্ৰথম দৃশ্য—**

( দৰ্জিৰ দোকান। দৰ্জিজনে একান্তমনে কাপোৰ সি আছে। এজন মানুহ সোমাই আহে। তেওঁৰ কাষলতিৰ তলত এটা কাপোৰৰ টোপোলা। )

দৰ্জি—নমস্কাৰ ডাঙৰীয়া।

মানুহজন—নমস্কাৰ।

দৰ্জি—কিবা কৰাব নেকি ডাঙৰীয়া ?

মানুহজন—এৰা লাগিছিলতো। চাওকচোন বাৰু এই কাপোৰ টুকুৰাৰে চোলা এটা হবনে নহয় ?

( দৰ্জিয়ে কাপোৰ টুকুৰা লৈ ফিতা ডালেৰে জুখিলে। তাৰ পিচত মানুহজনৰো গাৰ জোখ ললে। )

দৰ্জি—তিনি মিটাৰ আছে। আপোনাৰ কামিজ এটা হৈ অলপ ৰ'বহে।

মানুহজন—( আগ্ৰহেৰে ) কিমান ৰ'ব ?

দৰ্জি— ৰ'ব আৰু অলপ।

মানুহজন—তাৰে টুপি এটা হবনে ?

দৰ্জি— হব, কিয় নহব ?

মানুহজন—( মনতে ) এওঁচোন ফট্‌কৰে হব বুলি কলে। কাপোৰ চাগৈ বহুত ৰ'ব। চোলাটোৰে টুপিটোৰে সি বাকী ৰোৱা কাপোৰখিনি এওঁ নিজলৈ ৰাখিব খুজিছে হবলা। বাৰু, ময়ো কাপোৰ ৰখাম। ( ডাঙৰকৈ ) মোৰ বোধেৰে দুটা টুপিয়েই হব। কি কয় দৰ্জি ভাই ?

দৰ্জি— ( মনতে ) অ' এওঁ ভাবিছে মই কাপোৰখিনি খাই থ'ম। বাৰু দিম ময়ো মজাপালি। ( ডাঙৰকৈ ) আপুনি কয় যদি দুটা কিয় পাচঁটা টুপিও সি থব পাৰিম। ক'লেই হ'ল।

মানুহজন—এৰা, এৰা, কিয় নোৱাৰিব। তিনি মিটাৰ কাপোৰ কম হলনে আৰু ? বাৰু, আপুনি তেন্তে চোলাটোৰে টুপি পাচঁটাই সি থব। পিছে দিব কেতিয়াকৈ ?

দৰ্জি— পৰহিলৈ গধূলি নিবহি।

মানুহজন—ভাল বাৰু। ( মনতে ) হোঁঃ মোক ঠগিবলৈ আহিছে। ( মানুহজন যায়গৈ )।



—দ্বিতীয় দৃশ্য—

( সেই একে দৰ্জিৰ দোকানেই। দৰ্জিয়ে কাপোৰ সি আছে। মানুহজন সোমাই আহে। )

মানুহজন—দৰ্জিভাই, কামখিনি হলনে ?

দৰ্জি— অ' আপুনি। হৈ আছে। এইয়া লওক।

( চোলা এটা আগবঢ়াই দিয়ে। মানুহজনে গাতে চোলাটো মেলি ধৰি আৰ্চিত চায়। )

মানুহজন—ওঁ, ভালেই হৈছে। কিমান দিব লাগিব ?



দৰ্জি— দুটকা আশী পইছা।

( মানুহজনে পইছা দিয়ে। )

মানুহজন—অ' কথা এটা হল নহয়। পিচে মোৰ টুপি কেইটা ক'ত ?

দৰ্জি— টুপি আপোনাৰ চোলাৰ জেপত আছে।

( মানুহজনে নতুন চোলাটোৰ জেপত বিচাৰি পাচটা সৰু সৰু টুপি উলিয়ায়। )

মানুহজন—( আচৰিত হৈ ) কি ? টুপিবোৰ ইমান সৰু হল কিয় ? মূৰত সোমাব জানো ?

দৰ্জি— ( হাঁহি ) আপুনিতো মোক আপোনাৰ মূৰত সোমোৱা টুপি সিবলৈ কোৱা নাছিল। আপোনাক পাচটা টুপি লাগে আপুনি পাইছে। তিনি মিটাৰ কাপোৰেৰে এটা চোলা কৰি উঠি ৰোৱা কাপোৰখিনিৰে ইয়াতকৈ ডাঙৰ টুপি সিব নোৱাৰি, বুইছেনে ? এতিয়া আঙুলিৰ মূৰত টুপি কেইটা পিন্ধি যাওক গৈ। নমস্কাৰ।

মানুহজন—( ভোৰভোৰকৈ ) ছেঃ লোকক অবিশ্বাস কৰি ভাল ঠগ খালোঁ। ( যায়গৈ )

### অনুশীলনী

১। ছুজন ছাত্ৰই লগ লাগি নাটখন অভিনয় কৰা।

২। নাটৰ গল্পটো চমুকৈ কোৱা।

৩। 'কাপোৰখিনি খাই থ'ম'—এই বাক্যটোৰে দৰ্জিয়ে কি বুজাব খুজিছে ?

৪। 'খোৱা' কথাটো ( খা ধাতু ) লগাই এনে তিনিটা বাক্য ৰচনা কৰা য'ত মুখ বা দাঁতৰ ব্যৱহাৰ নাই। ( উদাহৰণঃ কাপোৰখিনি খাই থ'ম )।

৫। 'টুপিটো মূৰত নোসোমায়' আৰু 'অঙ্কটো মূৰত নোসোমায়' —এই বাক্য ছুটাৰ অৰ্থৰ পাৰ্থক্য উলিওৱা।

৬। কোন বচন কোৱাঃ টুপিবোৰ, চোলাটো, আপুনি, কামখিনি।

———



## চকাৰ মহিমা

আলিবাটলৈ ওলালেই তোমালোকে অসংখ্য চকা দেখিবলৈ পোৱা। ছু-চকীয়া চাইকেল, তিনিচকীয়া ৰিক্সা, ছুচকীয়া গৰু-গাড়ী, ঘোৰাগাড়ী, চাৰিচকীয়া মটৰ গাড়ী, ছয়চকীয়া লৰী—এই সকলোৰে বিধে বিধে চকা। উটে টনা গাড়ী আৰু আনকি হাতীয়ে টনা গাড়ীও আছে। আমাৰ অসমৰে মিছিং আৰু দেউৰী সকলে ধান আনিবলৈ হাতীৰ গাড়ী ব্যৱহাৰ কৰে। ৰেলৰ লাইনৰ ওপৰেদি যোৱা কেৰেলুৱাৰ ঠেঙৰ দৰে অসংখ্য চকা থকা ৰেল-গাড়ীও নিশ্চয় দেখিছা ? এয়া হ'ল চকাৰ একপ্ৰকাৰ ব্যৱহাৰ।



কুমাৰৰ চাক দেখিছানে নাই ? চকৰিটোৰ মাজতে মাটিখিনি থৈ চকৰিটো ঘূৰাই দিয়ে। আলফুলকৈ আঙুলিৰে মাটিখিনি

হেঁচি কুমাৰে চৰু, কলহ, ফুলৰ টব আদি সাজে। এয়া আৰু একপ্ৰকাৰ চকাৰ ব্যৱহাৰ।



যতঁৰ নেদেখা কোনোবা আছানে? যতঁৰত দেখিবা চকাৰ আৰু একপ্ৰকাৰ ব্যৱহাৰ। সিৰ কটা চকৰিটোৰ পৰা বটিয়া



লগাই দুটা কাঠিৰ মূৰত থকা শলাডাল ঘূৰোৱা হয়। সেই ঘূৰি থকা শলাডালৰ আগত লগাই সূতা কাটে, মহুৰা ফুৰায়। যতঁৰৰে



সহজ আৰু সৰু আকৃতিৰ হ'ল টাকুৰিটো। টাকুৰিৰে এৰী বা কপাহৰ সূতা কাটে, সূতা পকায়।

ঘড়িৰ ভিতৰখন দেখিছানে? দেখিবা সৰু ডাঙৰ বহুতো চকা বা চকৰি। খেনোৰ ঘেৰটোত খাজ কটা, খেনোৰ বা মাজৰ ডিলা ডালত। সেই খাঁজে খাঁজে খাপখাই লাগি থকাৰ বাবে এটা চকা ঘূৰিলে আনটো চকা ঘূৰে। ডাঙৰবোৰ লাহে লাহে, সৰুবোৰ খৰকৈ। সেইবোৰেই জোখমতে ঘূৰি সময়মতে কাটা কিডাল ঘূৰাই দিয়ে।



সেইদৰে ধান কল, ভাপকল, ৰেল, এৰোপ্লেন, মটৰ—মুঠতে যিমান ইঞ্জিন আছে সকলোতে আছে সৰু ডাঙৰ বহুতো চকা, চকৰি। ইঞ্জিন চলা মানেই চকৰি ঘূৰা। উমিয়ামৰ জলবিদ্যুৎ নো কেনেকৈ হয়—পানীৰ সোঁতে চকৰি ঘূৰাই দিয়ে, সেই চকৰিয়ে ঘূৰায় বিজুলি শক্তি ওলোৱা ডাইনামো বা জেনেৰেটৰ।

আজি যদি কোনোবাই হঠাৎ চকৰিবোৰ নাইকিয়া কৰি পেলায়, কি হব? পানীত চলিব অকল নাও আৰু ভেলা; জাহাজত যে চকৰি আছে! আলিবাটত কোনো গাড়ী নেথাকিব। মানুহে হয় খোজকাঢ়িব লাগিব, নহলে দোলাত উঠিব লাগিব। হাতী ঘোঁৰাত মন গলে উঠিব পাৰিব। সূতাকল বা যতঁৰ নথকা বাবে কাপোৰৰ সলনি গছৰ বাকলি পিন্ধিব লাগিব। কিমান বাজিল বুলি চাবলৈ ঘড়িও নেথাকিব। ছপাখানা বন্ধ হ'ব,

কিতাপ-পত্ৰ একো নাই ! সাঁচিপাতত আগৰি কলমেৰে আখৰ লেখিব লাগিব।

মুঠতে আমি আকৌ ছহেজাৰ বছৰ আগলৈ ঘূৰি যাব লাগিব। অৰ্থাৎ ছহেজাৰ বছৰ আগতে মানুহে যেনে অৱস্থাত আছিল আমি তেনে ভাবে থাকিব লাগিব। সেইবাবেই বৃত্ত বা চক্ৰক আগৰ মানুহে ৰহস্যজনক বস্তু বুলি পূজা কৰিছিল। কাৰণ, বৃত্তৰ কোনো আৰম্ভ নাই, শেষ নাই ; সি অনন্ত।

আমাৰ জাতীয় পতাকাতো এটা চকৰিৰ ছবি থাকে। সেইটো সাৰনাথত থকা অশোক স্তম্ভৰ মূৰত থকা চক্ৰৰ আৰ্হিতে দিয়া হৈছে।

চকৰি বা চকাৰ আবিষ্কাৰ মানুহৰ বৰ ডাঙৰ আবিষ্কাৰ। ঘূৰণীয়া কাঠ এচটাৰ মাজেৰে শলা বা ডিলা এডাল ভৰাই ঘূৰাব পৰা বুদ্ধিটো যেতিয়া উলিয়াব পাৰিলে তেতিয়াৰ পৰাই যন্ত্ৰৰ আৰম্ভন। চকা সজাৰ বুধিটো মানুহে নিজে উলিওৱা, প্ৰকৃতিত সিহঁতে চকা দেখা নাছিল। বহুতে ভাবে আদিম যুগত এচলীয়া ঠাইত গছ কাটোতে একোডাল গা-গছ বাগৰি অহা দেখিয়েই চকাৰ ব্যৱহাৰ সম্পৰ্কে মানুহৰ ভাব ওপজে। গোটা ঘূৰণীয়া কাঠ বা বাঁহৰ ওপৰেদি গধূৰ বস্তু চোঁচৰাই বগৰাই নিয়াটোৰেই সম্ভবতঃ চকাৰ প্ৰথম অৱস্থা আছিল। সেইবাবে প্ৰাচীন যুগৰ চকাবোৰ ডাঙৰ গা-গছৰ পৰা কাটি উলিওৱা একোটা ঘিলাৰ দৰেহে আছিল। ধুৰা, শলা আদিৰে চকা সজাৰ নিয়ম বহুত পিচৰ।

গাড়ীৰ চকা আৰু কুমাৰৰ চাক প্ৰায় সম-সাময়িক বস্তু। খ্ৰীষ্টজন্মৰ ৩২৫০ বছৰৰ আগৰে পৰাই ইৰাকত কুমাৰৰ চাক ব্যৱহাৰ কৰা হৈছিল। ইজিপ্টত খ্ৰীষ্টপূৰ্ব ২৭৫০ চনৰ পৰা আৰু ভাৰতত খ্ৰীষ্টপূৰ্ব ২৫০০ চনৰ পৰা কুমাৰৰ চাক প্ৰচলিত হোৱাৰ প্ৰমাণ আছে। সেই পুৰণি দিনতেই মানুহে জন্তুৰে টনা গাড়ীও প্ৰথমে ব্যৱহাৰ কৰে। অথৰ্ববেদত গাড়ীৰ চকাৰ শব্দৰ কথা উল্লেখ আছে।



ইউৰোপীয়সকল যোৱাৰ আগতে আমেৰিকাৰ আদিম জাতিসকলে চকাৰ ব্যৱহাৰ নেজানিছিল। বস্তু কঢ়িয়াবলৈ তেওঁলোকে জন্তুৰ ব্যৱহাৰ কৰিছিল। তেওঁলোকৰ বাহন আছিল, যান নাছিল।

লাহে লাহে গা-গছ চকলিয়াই কৰা চকাৰ ঠাই ললে উন্নত প্ৰণালীয়ে। নানা প্ৰকাৰৰ গাড়ী, যুদ্ধৰ ৰথ আৰু যান তৈয়াৰী হ'ল। কাঠৰ চকা ক্ষয় নাযাবলৈ ধাতুৰ ঘেৰ দিয়া হ'ল। পিচত কাঠৰ ঠাই ললে ধাতুৱে আৰু আৰামৰ বাবে তাত ৰবৰৰ ঘেৰ দিয়াৰ নিয়ম হ'ল।

চকাক আশ্ৰয় কৰিয়েই আমাৰ যান-বাহন, কল-কাৰখানা সকলোবোৰৰ সৃষ্টি আৰু উন্নতি হৈ হৈ বৰ্ত্তমানৰ অৱস্থা পাইছেহি।

### অনুশীলনী

১। চকাৰ তিনি প্ৰকাৰৰ ব্যৱহাৰৰ উদাহৰণ দিয়া।

২। চকাৰ ব্যৱহাৰ নোহোৱা হ'লে মানুহ কি কি যান-বাহনত উঠিব পাৰিব ?

৩। আমাৰ জাতীয় পতাকাৰ মাজত কিহৰ চিত্ৰ আছে ? সেইটো কিহৰ আৰ্হিত দিয়া হৈছে ?

৪। অথৰ্ববেদ কি, শিক্ষকৰ পৰা জানি লোৱা।

৫। প্ৰথমে চকাৰ ব্যৱহাৰ কৰা তিনিখন দেশৰ নাম কোঁৱা।

৬। মিছিং আৰু দেউৰী জনজাতি অসমৰ কোন অঞ্চলৰ ?

৭। ৰেলগাড়ী আৰু ভাপকল কোনে উলিয়াইছিল জানানে ? পাঠত নাই, শিক্ষকক সুধি লোৱা।

৮। অৰ্থ শিকা আৰু বাক্য সজা ঃ

আবিষ্কাৰ, আৰ্হি, সম্পূৰ্ণৰূপে, আলফুলকৈ, সম-সাময়িক।

৯। 'স্ব' এই যুক্তাক্ষৰ থকা দুটা শব্দ লিখা।

১০। তলত বাক্য কেইটাত কেইটামান অশুদ্ধ আৰু অপ্ৰয়োজনীয় শব্দ আছে। অশুদ্ধ খিনি গুচাই বাক্য কেইটা নতুনকৈ লিখা ঃ

(ক) বটিয়া মানে জৰী/ টেমা।

(খ) টাকুৰিৰে গাড়ী চলায় /সূতা কাটে/ তাঁত বয়।

(গ) সাঁচিপাত এবিধ গছৰ পাত/ ছাল/ শিপা।

(ঘ) সাৰনাথৰ হিন্দু/ বৌদ্ধ/ শিখ/ জৈন মন্দিৰ বিখ্যাত।

(ঙ) ধুৰা চকাৰ দাঁতিত/ মাজত/ ওচৰত থাকে।

———



## মাতৃভক্তি

আশুতোষ মুখোপাধ্যায় ভাৰতৰ এজন সুসন্তান। তেওঁৰ দৰে বিদ্বান আৰু বিদ্যোৎসাহী পুৰুষ ভাৰতত অতি বিৰল। সৎসাহস আৰু চৰিত্ৰবলতো তেওঁ অদ্বিতীয় আছিল বুলি ক'ব পাৰি। কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য হিচাপে আৰু



কলিকতা হাইকোৰ্টৰ প্ৰধান বিচাৰপতি ৰূপেও তেওঁ নিজৰ সুনাম প্ৰতিষ্ঠা কৰিছিল। শিক্ষাৰ ক্ষেত্ৰত তেওঁৰ বৰঙণিৰ বাবে তেওঁক বঙ্গদেশৰ সৰস্বতী বোলা হৈছিল ; আকৌ, চৰিত্ৰৰ দৃঢ়তা, নিৰ্ভীকতা আৰু সৎসাহসৰ বাবে তেওঁক মানুহে 'বাংলাৰ বাঘ' বুলিছিল। তেওঁৰ মাতৃভক্তি আছিল অসীম।

তেওঁ হাইকোৰ্টৰ বিচাৰপতি থকা কালতে ইংলণ্ডৰ ৰাণী ভিক্টোৰিয়াৰ মৃত্যু হয় আৰু তেওঁৰ বৰপুতেকে সপ্তম এডোৱাৰ্ড নাম লৈ ইংলণ্ডৰ ৰাজপাটত উঠে। তেওঁৰ অভিষেক উৎসৱ

বৰ আড়ম্বৰেৰে পাতিবলৈ দিহা কৰা হয়। তাৰ বাবে অকল ইংলণ্ডতে নহয়, ব্ৰিটিছ সাম্ৰাজ্যৰ সকলো ঠাইতে উখল মাখল লাগে। তেতিয়া ভাৰতবৰ্ষ ইংলণ্ডৰ অধীনত আছিল আৰু ৰাজভক্ত প্ৰজাসকলৰ মুখীয়ালসকলক সেই অভিষেক উৎসৱত যোগদান কৰিবলৈ নিমন্ত্ৰণ কৰা হৈছিল। এই নিমন্ত্ৰণ সেই সময়ত সকলোৱে বৰ সন্মানৰ কথা বুলি বিবেচনা কৰিছিল। সেইবাবে বহুতে তেনে নিমন্ত্ৰণ পাবলৈ ভিতৰুৱাকৈ ভাৰত চৰকাৰক খাটনিও ধৰিছিল।

লৰ্ড কাৰ্জন তেতিয়া ভাৰতৰ গবৰ্ণৰ জেনেৰেল আৰু ৰাজ-প্ৰতিনিধি। ইংৰাজ চৰকাৰৰ হৈ তেওঁ ভাৰতীয় মুখীয়াল মানুহ সকলক অভিষেকলৈ নিমন্ত্ৰণ কৰিছিল। এদিন লৰ্ড কাৰ্জনে আশুতোষ মুখোপাধ্যায়ক মাতি পঠালে। আশুতোষ মুখোপাধ্যায় সমুখত উপস্থিত হ'লত লৰ্ড কাৰ্জনে কলে যে সপ্তম এডোৱাৰ্ডৰ অভিষেক উৎসৱত যোগ দিবলৈ আশুতোষকো নিমন্ত্ৰণ জনোৱা হৈছে আৰু এতিয়া ইংলণ্ডলৈ যাবৰ কাৰণে যাতে তেওঁ সাজু হয়।

আশুতোষ এই নিমন্ত্ৰণৰ কাৰণে ৰাজপ্ৰতিনিধি গৰাকীক ধন্যবাদ দি ক'লে, "এই বিষয়ে মোৰ আইক নোসোধাকৈ মই একো ক'ব নোৱাৰোঁ। আইৰ মত নহলে মোৰ যোৱাটো সম্ভব নহব।" বিদ্বান হলেও আশুতোষ ভাৰতীয় প্ৰজা। ইংৰাজ শাসনকৰ্ত্তাজন অলপ বিৰক্ত হ'ল। কিন্তু তাকে প্ৰকাশ নকৰি গহীনকৈ ক'লে, "চাৰ আশুতোষ, আপোনাৰ মাতৃক ক'ব, এয়া ভাৰতৰ গবৰ্ণৰ জেনেৰেলৰ আদেশ।"

আশুতোষেও শান্তভাবে উত্তৰ দিলে, "গবৰ্ণৰ জেনেৰেলে এই কথা জানি থোৱা ভাল হব যে মোৰ বাবে মোৰ আইৰ আদেশ গবৰ্ণৰ জেনেৰেলৰ আদেশতকৈও ডাঙৰ।"



লৰ্ড কাৰ্জন অলপপৰ তভক মাৰি ৰ'ল। তেওঁ আশুতোষৰ মাতৃভক্তিৰ কথা গম ধৰিব পাৰিলে। তাৰ পিচত আন আন কথা-বতৰা পাতি আশুতোষক ভদ্ৰভাবে বিদায় দি দিলে।

**অনুশীলনী**

১। অৰ্থ শিকা ঃ—প্ৰতিষ্ঠা, অভিষেক, আড়ম্বৰ, ৰাজভক্ত, ৰাজপ্ৰতিনিধি, সাম্ৰাজ্য, শাসনকৰ্ত্তা, বিৰল।

২। বাক্য সজা ঃ—উখল-মাখল, মুখীয়াল, ভিতৰুৱাকৈ, মত, ভদ্ৰভাবে, সম্ভব।

৩। এই শব্দকেইটাৰ বিপৰীত অৰ্থ বুজোৱা শব্দ পাঠত আছে, বিচাৰি উলিয়াব পাৰানে চোৱা ঃ দুৰ্নাম, অভদ্ৰ, দেখাদেখিকৈ, বিদ্যাহীন, স্বাধীন।

৪। বিশ্ববিদ্যালয়ৰ উপাচাৰ্য, হাইকোৰ্টৰ প্ৰধান বিচাৰপতি আৰু ভাৰতৰ গভৰ্ণৰ জেনেৰেল বুলিলে কি বুজা? নাজানা যদি শিক্ষকক সোধা।

৫। ভাৰতবৰ্ষত এতিয়া গবৰ্ণৰ জেনেৰেল আছে নে?

৬। কি গুণৰ কাৰণে আশুতোষক বঙ্গদেশৰ সৰস্বতী বোলা হৈছিল আৰু তেওঁক 'বাংলাৰ বাঘ' নাম কিয় দিছিল?

৭। লৰ্ড কাৰ্জনে আশুতোষক ক'লৈ আৰু কিহলৈ নিমন্ত্ৰণ কৰিছিল?

৮। এই পাঠটোৰ কোনখিনিত আশুতোষৰ সৎসাহস আৰু মাতৃভক্তিৰ চিনাকি পালা?

———



## বাৰিষা

অতুলচন্দ্ৰ হাজৰিকা

মৃদঙ্গ বজাই ডাৱৰে জনালে
বাৰিষা আহিল বুলি,
বৰনৈ বাঢ়িল ফেনেফোটোকাৰে
ৰঙতে উঠিল ফুলি।
ইৰিণাবিৰিণা বনৰ হৰিণা
ইকৰা খাগৰি নল—
উটিভাহি যায় থানথিত নাই
নামিল বাৰিয়া ধল।
ৰূপোৱালী ধন কৰে টলবল
আহিল মুদৈৰ নাও—
মকুৰা ফুলিল, মেটেকা ফুলিল
বুৰিল নগৰ গাঁও।
লেতেকু কঁঠাল পকা পনিয়াল
আম জাম ভৰা বাৰী,
আমতি লাগিল আমতি ভাগিল
খাব যে লাগিব পাৰি।



টোৰ টোৰ কৰি ভেকুলীবোৰেও
মাতিছে নিজৰ মাত,
জানৰ পানীত নাচুৰি-সাঁতুৰি
পাতিছে বিহুৰ হাট।
বাৰিষাৰ সখী নাচে ম'ৰাপখী
ছালি ধৰি উলাহত,
সেন্দুৰীয়া পুঠি যায় মুঠি মুঠি
বিয়া খাব উজানত।
গৰৈ ঢুলীয়া চেঙেলী কালিয়া
ঢোলপেটা গঙাটোপ।
ডঁৰিকা শিঙৰা লিকচৌ লিগিৰা
বিল-খাল দলদোপ।
দলনিৰ মাগুৰ পোতনিৰ শিঙী
কাৰৈয়ে বগুৰা বায়,
ৰৌ বৰালীয়ে কৰে টকছালি
বাৰিষাৰ পানী পাই।
মোৰা খলিহনা পাভ, দঁৰিকনা
লগে ভাগে সবে যায়,
কান্ধুলি, কৰতী বিয়াৰ আয়তি
নামতী ভেৰেহী বাই।
জাকৈয়া ছোৱালী আহি জাকে জাকে
বুকুত মেঠনি মাৰি,
পানীত নামিল ৰূপহীসকল
ৰঙতে কিৰিলি পাৰি।

দাৱনী ৰোৱনী পথাৰশুৱনী
দাইছে, ৰুইছে ধান—
হাহি মাতি গাই কাম কৰি যায়
বোকালৈ নকৰে কাণ।
বোকা পানী খচি গাৰ ঘাম মচি
শাওনা, ভদীয়া কাই,
খেতি কৰে চোৱা সোণ বৰণীয়া
আহিব আহিনী আই।
বাৰিষা আৰ্জিলে খৰালি খাবলৈ
পথাৰ ওপচা ধান,
বতৰৰ বেহানি নল’লে বেহাই
পিছত পাবলৈ টান।

**অনুশীলনী**

১। পানী বেচিকৈ বাঢ়িলে ‘ফেনেফোটোকাৰে’ বঢ়া বুলি কয়, গছ পুলি ভালকৈ বাঢ়িলে কেনেকৈ বঢ়া বুলি কয় বাৰু ?

২। কবিতাটোত উল্লেখ কৰা গছ-গছনি, ফল-মূল, জীৱ-জন্তু, মাছ-মানুহ আদিৰ এখন তালিকা তৈয়াৰ কৰা।

৩। কবিয়ে বাৰিষাৰ পাথৰত দাৱনী আৰু ৰোৱনী দুয়োকে দেখা পাইছে। তেওঁলোকে কোন বিধ ধান ৰুইছে আৰু কোন বিধ ধান দাইছে বাৰু ?

৪। ম’ৰা চৰাইক ‘বাৰিষাৰ সখী’ কিয় বোলা হৈছে ?

৫। বাক্যত ব্যৱহাৰ কৰা : থানথিত, নাছুৰি সাতুৰি, উলাহ, কিৰিলি।

৬। “বোকালৈ নকৰে কাণ” এই কথা ফাঁকিৰ অৰ্থ কি ?

৭। “ডাৱৰে মৃদঙ্গ বজায়” বুলি কিয় কোৱা হৈছে ?

৮। তোমাৰ নিজৰ ভাবে বাৰিষাৰ বৰ্ণনা এটা দিয়া।

———



## বীৰক জাতক

এখন দেশত এবাৰ আকাল হৈছিল। গাওঁ ভূই নগৰ চহৰ সকলোতে খাবলৈ নেপাই মানুহে হাহাকাৰ কৰি ফুৰিছিল। অকল মানুহেই নহয়, পোহনীয়া জীৱ-জন্তু আৰু মানুহৰ আশ্ৰিত চৰাই-চিৰিকতিবোৰেও একো খাবলৈ পোৱা নাছিল।

অৰণ্যত কিন্তু সেইবোৰ অসুবিধা হোৱা নাছিল। হাবিৰ ফল-মূল, সৰোবৰৰ মাছ আদি খাই জীৱ-জন্তু-চৰাই সকলোটি আনন্দমনে আছিল।

মানুহৰ আশ্ৰয়ত একো খাবলৈ নেপাই সবিষ্টক নামে কাউৰী এটা হাবিলৈ গুচি গ’ল। তাত বীৰক নামে পানী-কাউৰী এটাৰ লগত সবিষ্টকৰ বন্ধুত্ব হ’ল। বীৰকে সদায় পানীত ডুব মাৰি মাছ ধৰি আনে আৰু সমানে দুভাগ কৰি আধা সবিষ্টকক দিয়ে। এইদৰে দুয়ো বন্ধু বেছ কেইদিনমান থাকিল।

লাহে লাহে সবিষ্টকৰ মনত অহঙ্কাৰ হ'ল। সি ভাবিলে, "সদায়েইনো বাৰু মই বীৰকে আনি দিয়া মাছকে খাম নে? ময়ো মাছ ধৰিহে খাম। বীৰকৰ লগতনো মোৰ পাৰ্থক্য কিহৰ? আমাৰ দুয়োৰে গাৰ বৰণ একে—সিও ক'লা, ময়ো ক'লা। সি যদি পানীত ডুব মাৰি মাছ ধৰিব পাৰে মইনো নোৱাৰিম কিয়?"

সি তাৰ মনৰ ইচ্ছাৰ কথা বীৰকৰ আগত ভাঙি-পাতি কলে। বীৰকে ক'লে, "বন্ধু সবিষ্টক, যিবোৰে সাতুৰি পানীত মাছ ধৰিব পাৰে তুমি সেই জাতৰ চৰাই নোহোৱা। তোমাৰ আহাৰ সংগ্ৰহৰ নিয়ম বেলেগ। তুমি এতিয়া মোৰ লগত এনেয়েই থাকা। পিচত দেশত আকাল গুচিলে আকৌ মানুহৰ বসতিলৈ যাবাগৈ। তাত তোমাৰ নিয়মেৰে আহাৰ বিচাৰি খাবাগৈ। পানীত সাতুৰিবলৈ গ'লে তোমাৰ বিপদ হব পাৰে।"

সবিষ্টকে কিন্তু বীৰকৰ কথা নুশুনিলে। সি উৰি গৈ পানীত ডুব মাৰিলে। বেচেৰা কাউৰীটো আৰু উঠিব নোৱাৰিলে। পানীত থকা দলঘাঁহ আদিৰ জাঁজত লাগি উশাহ বন্ধ হৈ মৰি থাকিল।

চিনাকি ঃ—জাতক বৌদ্ধ ধৰ্ম্মৰ কিতাপ। তাত বুদ্ধৰ পূৰ্ব্বজন্মৰ কাহিনী আৰু নানান উপদেশপূৰ্ণ সাধু আছে।

**অনুশীলনী**

১। অৰ্থ শিকা ঃ—আকাল, আশ্ৰিত, সংগ্ৰহ, দুৰ্ভিক্ষ।
২। সবিষ্টক কিয় বনলৈ গৈছিল? গাৱত কি অসুবিধা হৈছিল?
৩। বীৰকৰ তাত থাকি সবিষ্টকৰ মনত কি ভাৱ খেলালে?
৪। বীৰকে সবিষ্টকক কি উপদেশ দিছিল?
৫। সেই উপদেশ নমনাৰ বাবে সবিষ্টকৰ কি হ'ল?
৬। 'বন্ধুত্ব' কি পদ?

———



# পণ্ডিত বোপদেৱ

**গুৰুদত্ত ভাগৱতী**

আমাৰ জন্মভূমি ভাৰতবৰ্ষ। ই দুই ভাগত বিভক্ত। আৰ্য্যাবৰ্ত্ত আৰু দাক্ষিণাত্য। দাক্ষিণাত্যত বোপদেৱ নামেৰে এজন বৰ পণ্ডিত আছিল। সৰু কালত তেওঁ জধামূৰ্খ আছিল। কিন্তু শেষত নিজৰ যত্ন আৰু নেৰা-নেপেৰা চেষ্টাৰ ফলত এজন বৰ ডাঙৰ পণ্ডিত বুলি পৰিচয় দিব পাৰিছিল।

আজি প্ৰায় সাতশ বছৰ আগৰ কথা। আগৰ দিনত শিষ্যই গুৰুৰ ঘৰত থাকি বিদ্যা শিকিছিল। গতিকে বোপদেৱেও গুৰুৰ ঘৰত থাকি বিদ্যা শিকিছিল। গুৰুজনাৰ নাম আছিল পণ্ডিত ধনেশ্বৰ মিশ্ৰ। তেতিয়াৰ দিনত লিখাপঢ়া শিকিবলৈ হলে প্ৰথমে ব্যাকৰণ জানিব লাগিছিল। গতিকে পণ্ডিত ধনেশ্বৰৰ ওচৰত বহুতে ব্যাকৰণ শিকিবলৈ গৈছিল। বোপদেৱেও ব্যাকৰণ

শিকিবলৈ আৰম্ভ কৰিলে। কিন্তু বোপদেৱে ব্যাকৰণ মুঠেই বুজি নেপাইছিল। তেওঁ পণ্ডিতক পাঠ দিব নোৱাৰিছিল। অধ্যাপকে যেতিয়া দেখিলে যে, বোপদেৱে পাঠ পঢ়ি আগুৱাই যাব নোৱাৰে তেতিয়া পেটে পেটে বৰ বেয়া পালে। এদিন অধ্যাপকে বোপদেৱক মাতি নি ক'লে, "বোপদেৱ তুমি পাঠ পঢ়িবলৈ অকণো চেষ্টা নকৰা। সেই কাৰণে পাঠ দিব নোৱাৰা। তোমাৰ বুধিও নাই। তোমাৰ দ্বাৰা লিখা-পঢ়া শিকা নহব। তুমি ঘৰলৈ উভতি যোৱা।"

গুৰুৰ আদেশ হ'ল যেতিয়া বোপদেৱতো আৰু গুৰুগৃহত থাকিব নোৱাৰে। তেওঁ বিমোৰত পৰিল। গতিকে পঢ়াশালি এৰি বোপদেৱে ঘৰলৈ উভতিবলৈ বাধ্য হ'ল।

গুৰু-গৃহৰ পৰা আহিবৰ সময়ত, তেওঁ সেৱা জনাই গুৰুৰ পৰা আশীৰ্ব্বাদ লৈ বিদায় ললে। কিন্তু পঢ়াশুনা আধা-ডুখৰীয়া কৰি তেনেকৈ যাবলগীয়া হোৱাত তেওঁৰ মনলৈ বৰ ধিক্কাৰ আহিল। তেওঁ ভাবিলে, বিদ্যাহীন জীৱন মিছা। ঘৰলৈ যায় কোন মুখে? মূৰ্খ হৈ জীৱন কটোৱাতকৈ মৃত্যুই শ্ৰেয়ঃ। গতিকে তেওঁ মনে মনে ঠিক কৰিলে যে, তেওঁ পানীত পৰি মৰিব। এইদৰে ভাবি ওলাই গৈ শেষত এটি পানীৰ ঘাট পালেগৈ। ঘাটত বহি, তেওঁ কেনেকৈ প্ৰাণ ত্যাগ কৰিব তাকে মনত আলচি আছিল। এনেতে হঠাৎ তেওঁৰ চকুত পৰিল যে, সেই ঘাটৰ খট-খটীত কেইটামান সৰু সৰু ঘূৰণীয়া গাঁত আছে। শিলৰ খটখটীৰ ওপৰত গাঁত হবলৈ পালে কেনেকৈ তেওঁ ভাবি পোৱা নাছিল। এনেতে কেইজনীমান গাঁৱৰ তিৰোতাই কাষত কলহ লৈ পানী নিবলৈ ঘাট পালেহি। তেওঁলোকে কলহবোৰ



সেই খট-খটীৰ ওপৰত থকা গাঁতবোৰত থৈ, সেইবোৰ ধুই মাজি পানী লৈ ঘৰলৈ উভতিল।

বোপদেৱে তেতিয়া শিলৰ খট-খটীৰ ওপৰত হোৱা গাঁত কেইটিৰ কথা বুজি পালে। তেওঁৰ মনত তৎক্ষণাৎ ভাব আহিল যে, "পানীৰ কলহ থওঁতে থওঁতে যদি শিলহেন টান বস্তু ক্ষয় যাব পাৰে, মইও সেইদৰে বাৰে বাৰে চেষ্টা কৰিলে, মোৰ বুদ্ধিৰ বিকাশ হব। পাঠ পঢ়ি গুৰুক পাঠ দিব পাৰিম। তেতিয়া বিদ্যা লাভ নহৈ থাকিব নোৱাৰে। মোৰ মূৰ্খতা যাবই। মই মৰিম কেলেই? আকৌ নতুন উদ্যমেৰে পঢ়াশুনা কৰিম। শেহলৈকে বিদ্যালাভ কৰিহে এৰিম।" এই প্ৰতিজ্ঞা লৈ তেওঁ গুৰুৰ ওচৰ পালে, আকৌ পঢ়াশুনা কৰিবলৈ ইচ্ছা কৰিলে।

অধ্যাপকে বোপদেৱৰ আগ্ৰহ দেখি পঢ়াবলৈ মান্তি হ'ল। এইবেলি তেওঁ নেৰানেপেৰা চেষ্টাৰে পঢ়িবলৈ ললে। তেওঁৰ ধৈৰ্য্য আৰু অধ্যৱসায় দেখি গুৰু পৰম সন্তুষ্ট হ'ল। পুনঃ পুনঃ চেষ্টাত তেওঁৰ মগজুৰ শক্তিও বাঢ়িল। যি ব্যাকৰণ প্ৰথমে তেওঁ বুজিবলৈ টান পাইছিল, এতিয়া তেওঁৰ মনত সেই বিষয়টো তেনেই সহজ হৈ পৰিল। বাৰ বাৰ চেষ্টাত তেওঁ ব্যাকৰণ খুব ভালকৈ বুজি পালে।

অৱশেষত, নিজ চেষ্টাৰ ফলত সংস্কৃত ব্যাকৰণত বোপদেৱ এজন ডাঙৰ পণ্ডিত হৈ উঠিল। আনকি, শেষত তেওঁ নিজেই এখন ব্যাকৰণ ৰচনা কৰিবলৈ সক্ষম হ'ল। বোপদেৱৰ ৰচিত ব্যাকৰণখনৰ নাম আছিল "মুগ্ধবোধ ব্যাকৰণ"। মুগ্ধ শব্দৰ অৰ্থ হ'ল মূৰ্খ। বোধ মানে জনা। অৰ্থাৎ মূৰ্খয়ো বুজিব পৰা

ব্যাকৰণ। সেই ব্যাকৰণখন সংস্কৃত সাহিত্যত সহজ আৰু অতিশয় ভাল পাঠ্য বুলি আজিও তাক ছাত্রসকলে পাঠ কৰে।

**অনুশীলনী**

১। বাক্য সজা ঃ নেৰা-নেপেৰা, বিমোৰত, পেটে পেটে, আধা-ডুখৰীয়া, তৎক্ষণাৎ, সক্ষম।

২। আগৰ দিনৰ শিষ্যসকলে ক'ত বিদ্যা শিক্ষা কৰিছিল ?

৩। বোপদেৱৰ গুৰুৰ নাম কি আছিল ?

৪। গুৰুৰ ঘৰৰ পৰা ওলাই বোপদেৱে কি কৰিলে ?

৫। খটখটীৰ শিলৰ সৰু সৰু গাঁতবোৰ কেনেকৈ হৈছিল ?

৬। তাৰ পৰা বোপদেৱে কি শিকিলে ?

৭। বোপদেৱে ৰচনা কৰা ব্যাকৰণখনৰ নাম কি ?

৮। বোপদেৱৰ কাহিনীটোৰ পৰা তুমি কি শিক্ষা পালা ?

৯। এই কাহিনী অনুসাৰি জীৱনত উন্নতি কৰিবলৈ কোন্‌টোৰ বেছি প্রয়োজন, বুদ্ধিৰ নে চেষ্টাৰ ?

১০। এই পাঠত থকা পাঁচটা ক্রিয়াৰ ধাতুবিলাক উলিওৱা। ( উদাহৰণ—কৰে, কৰ্ )

---



# হাতেম তাই

এসময়ত ইৰাণ দেশৰ অধিপতি আছিল হাতেম তাই। তেওঁতকৈ দানী ৰজা আৰু সেই সময়ত কোনো নাছিল। সকলোৰেই এক বাক্যে তেওঁৰ প্রশংসা কৰিছিল। অকল নিজৰ দেশতে নহয়, ওচৰ চুবুৰীয়া দেশবোৰতো তেওঁৰ নাম-যশ বৈ বৈ গৈছিল।



হাতেম তাইৰ যশস্যাৰ কথা শুনি ওচৰৰে আৰব ৰজাৰ বৰ হিংসা। তেওঁ বলেৰে হাতেম তাইৰ যশস্যা ম্লান কৰিবলৈ হাতেম তাইৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। হাতেম বীৰ আছিল সঁচা,

কিন্তু যুদ্ধ কৰিলে যে মানুহৰ তেজেৰে পৃথিবী ৰাঙলী হয় সেইটো তেওঁ সহ্য কৰিব নোৱাৰিলে। গতিকে ৰাজ্য এৰি তেওঁ বনলৈ গুচি গ'ল।

আৰব ৰজা জয়ী হ'ল। কিন্তু ইৰাণ অধিকাৰ কৰিও তেওঁৰ মনত শান্তি নাই। সকলোৱে কৃতজ্ঞতাৰে হাতেমৰ নাম সোঁৱৰে। খঙত আৰব ৰজাই ঘোষণা কৰিলে, যেয়ে হাতেম তাইক জীৱিত বা মৃত অৱস্থাত ধৰি আনি দিব পাৰিব তাকে একলাখ সোণৰ মোহৰ দিয়া হ'ব।

এদিন দুপৰীয়া গছ এজোপাৰ ছাঁত হাতেমে জিৰণি লৈছে। ওচৰতে এটা জুপুৰি। জুপুৰিটোৰ ভিতৰত এহাল বুঢ়া-বুঢ়ীয়ে তেওঁলোকৰ দুখ-দুৰ্গতিৰ কথা পাতিছে। বুঢ়ীয়ে কথাৰ মাজতে কলে, "শুনিছোঁ, হাতেম তাইক ধৰি দিব পাৰিলে ৰজাই হেনো বহুতো ধনসোণ দিব। হাতেম তাইক যদি পালোহেঁতেন!" বুঢ়াই খঙতে কলে, "তেনে কথা নকবি। হাতেম তাইক ধৰাই দিয়াৰ কথা ভবাটোও পাপ।"

এওঁলোকৰ কথা শুনি হাতেমে পঁজাৰ ভিতৰলৈ গৈ ক'লে, "আই, ময়েই হাতেম তাই। ব'লক, আমি ৰজাৰ ঘৰলৈ যাওঁ। মোক ধৰাই দি আপুনি যি টকা পায় তাৰেই আপোনাৰ জীৱনৰ বাকীখিনি দিন সুখেৰে কটাব পাৰিব।"

তেনেতে হঠাৎ মানুহ এটাই হাতেমক গবা মাৰি ধৰিলে। "ক'লৈ সাৰিবি ? তোকেই বিচাৰি আছোঁ ইমান দিনে। ব'ল ৰজাৰ ঘৰলৈ"—এই বুলি কৈ মানুহটোৱে হাতেমক টানিবলৈ ধৰিলে। হাতেমে কলে, "যাম বাৰু, পিচে এই বুঢ়া-বুঢ়ীকো লগতে লোৱা।"



মানুহটো আছিল দেশৰ এজন বিখ্যাত দস্যু। টকাৰ লোভত সি হাতেমক বিচাৰি ফুৰিছিল।

ৰজাৰ দৰবাৰলৈ গৈ মানুহটোৱে ক'লে, "জাহাঁপনা, মই হাতেম তাইক ধৰি আনিছোঁ। মোক পুৰস্কাৰ দিয়ক।"

হাতেম তাইয়ে ক'লে, "নহয় ৰজা, মোক এই বৃদ্ধাইহে ধৰিছে। পুৰস্কাৰ পাব লাগে এওঁহে।" তাৰ পিচত হাতেমে সকলো কথা ৰজাক ভাঙি-পাতি ক'লে। হাতেমৰ মহত্ত্বত আনন্দ লাভ কৰি আৰব ৰজা হাতেমৰ ৰাজত্ব হাতেমক ঘূৰাই দি নিজ দেশলৈ উভতি গ'ল।

**অনুশীলনী**

১। অৰ্থ শিকা ঃ—অধিপতি, প্ৰশংসা, যশস্যা, কৃতজ্ঞতা, মহত্ব, জাহাঁপনা।

২। এই খণ্ড বাক্যকেইটা নিজৰ বাক্যত ব্যৱহাৰ কৰা—বৈ বৈ যোৱা, নাম-যশ, ভাঙি পাতি কোৱা।

৩। 'জুপুৰি' বুজোৱা আৰু এটা শব্দ পাঠত আছে, বিচাৰি উলিওৱা।

৪। জীৱিত আৰু মৃত এই শব্দ দুটাৰ সলনি আন দুটা একে অৰ্থ বুজোৱা শব্দ ব্যৱহাৰ কৰা।

৫। কি বিশেষ গুণৰ কাৰণে সকলোৱে হাতেম তাইক প্ৰশংসা কৰিছিল ?

৬। হাতেমে কিয় যুদ্ধ কৰিব খোজা নাছিল ?

৭। হাতেমে কিয় ধৰা দিছিল ?

৮। আৰব ৰজাই কিয় হাতেমক হত্যা নকৰিলে ?

৯। এই গল্পটোৰ পৰা তিনিটা সমাপিকা আৰু তিনিটা অসমাপিকা ক্ৰিয়া বাচি উলিওৱা।

———



# সুখৰ ঠাই

আনন্দচন্দ্ৰ আগৰৱালা

শুনিছো সুখৰ ঠাই তোমাৰ মুখত,
কোৰা আই, কোৰা সেই ঠাই আছে ক'ত ?
কোৰা সি জেউতিভৰা দেশ ক'ত বাৰু ?
আমিনো বিচাৰি তাক নাপাম নে আৰু ?
কমলাৰ ফুল য'ত অলেখ ফুলিছে
গছৰ ডালৰ মাজে জোনাকী নাচিছে,
তাতে নে সুখৰ ঠাই, কোৰা মোক আই ?
—নহয়, নহয় তাত সাদৰী সোনাই।

দীঘল পাতেৰে য'ত আছে বহু ডাল,
ৰ'দৰ তাপত পকে খাজুৰী ৰসাল,



নীল সাগৰত থকা মাজুলীবোৰত
সুন্দৰ সুগন্ধি নানা ফুল ফুলে য'ত,
ফুলাম পাখিৰে য'ত পখীবোৰ উৰে—
শুৱলা মাতেৰে গীত গাই গাই ফুৰে,
তাতে নে সুখৰ ঠাই কোৰা মোক আই ?
—নহয়, নহয় তাত সাদৰী সোনাই।

তেন্তে কি সি ঠাই আই দূৰ অতিশয়
সোণালী বালিৰ মাজে ন'ই যত বয়।
চৰিছে জেউতি যত পদ্মৰাগ মণি,
পোহৰে হীৰাই য'ত নিৰজন খনি,
পোৱালবন্ধোৰা পাৰ নীল সাগৰৰ,
আছে যত শোভা কৰি মুকুতা আকৰ,
তাতে নে সুখৰ ঠাই, কোৰা মোক আই ?
—নহয়, নহয় তাত সাদৰী সোনাই।

চকুৰে নেদেখি সোণ, সি সুখৰ স্থান—
কাণেৰে নুশুনি তাৰ আনন্দৰ গান,
সপোনৰ অগোচৰ সি সুখৰ ঠাই
ৰোগ, শোক, জৰা, মৃত্যু সি দেশত নাই।
বিনাশী কালৰ তাত অধিকাৰ নাই,
আকাশৰ ওপৰত সি সুখৰ ঠাই।
অমৰ সৌন্দৰ্য্য তাত বিৰাজে সদায়,
চিৰসুখ, চিৰশান্তি সাদৰী সোনাই।

**অনুশীলনী**

১। অৰ্থ শিকা—নিৰজন, আকৰ, সপোনৰ অগোচৰ, জৰা, বিনাশী কাল, অমৰ সৌন্দৰ্য্য, বিৰাজে, পোৱাল, পদ্মৰাগ মণি।

২। কবিতাটি মাক আৰু পুতেকৰ কথোপকথনৰ দৰে ৰচা হৈছে। প্ৰথম তিনি ভাগৰ শেষৰ শাৰীটো—( নহয়, নহয় তাত সাদৰী সোনাই ) কোনে কৈছে ?

৩। শেষৰ অংশটো কোনে কৈছে বাৰু ?

৪। 'সুখৰ ঠাই' বুলি কবিয়ে ক'ৰ কথা ক'ব খুজিছে ?

———



# কন্‌টিকি অভিযান

দক্ষিণ আমেৰিকাৰ পেৰুৰ পৰা পলিনেচিয়া দ্বীপপুঞ্জলৈ চাৰি হেজাৰ মাইল দূৰ। মাজত প্ৰশান্ত মহাসাগৰ। আজি-কালিৰ দিনতো অহা-যোৱা কৰা টান। পলিনেচিয়াৰ মানুহবোৰৰ লগত পেৰুৰ ইঙ্কাসকলৰ চেহাৰা-পাতি আচাৰ-ব্যৱহাৰত বহুতো মিল আছে। ইঙ্কাসকল হ'ল পেৰুৰ প্ৰাচীন বাসিন্দা। পণ্ডিতসকলে ভাবে প্ৰাচীন কোনোবা যুগতে ইঙ্কাসকলৰ কোনো এটা শাখা হয়তো পলিনেচিয়ালৈ গৈছিল।

কিন্তু গৈছিল কেনেকৈ ? বুৰঞ্জীবিদসকলৰ বাবে সেইটো আছিল সাথঁৰ। কাৰণ, ইঙ্কাসকলে নাও সাজিব নাজানিছিল। পানীত অহা-যোৱা কৰিবৰ বাবে "বাল্‌চা" নামে এবিধ কাঠৰ ভুৰহে ব্যৱহাৰ কৰিছিল। গতিকে পেৰুৰ মানুহখিনি পলিনেচিয়া কেনেকৈ পালেগৈ তাৰ সন্তেদ পণ্ডিতসকলে উলিয়াব পৰা নাছিল।

নৰৱে' দেশৰ থৰ্ হেয়াৰডাল নামেৰে ইতিহাসৰ ছাত্ৰজনৰ মনত খেলালে যে সেই মানুহবোৰ নিশ্চয় ভুৰত উঠি গৈছিল। পেৰুৰ পৰা মহাসাগৰীয় সোঁতত ভুৰ এৰি দিলে নিশ্চয় পলিনেচিয়াৰ কোনোবা এটা দ্বীপত লাগিবগৈ। তেওঁৰ কথা পণ্ডিত সমাজে হাঁহি উৰাই দিলে। প্ৰশান্ত মহাসাগৰ পাৰ হব কাঠৰ ভেলাৰে ? অসম্ভৱ।

থৰ্ কিন্তু সহজে হাৰ মনা বিধৰ ডেকা নাছিল। তেওঁ ঘোষণা কৰিলে যে তেওঁৰ কথাৰ সত্যতা প্ৰমাণ কৰিবৰ বাবে তেওঁ



কন্‌টিকি অভিযানৰ ভুৰ



নিজেই পেৰুৰ পৰা পচিম-মূৰাকৈ প্ৰশান্ত মহাসাগৰৰ বুকুত ভূৰ মেলি দিব। দেখা যাওক ভূৰখন পলিনেচিয়া পায়গৈ নে নেপায় !

পাঁচজন বন্ধুৰ লগ লাগি তেওঁ এণ্ডিজ পৰ্বতৰ নামনিৰ পৰা "বালিচা" কাঠ কাঁটি আনি ভূৰ সাজিলে। ভূৰ সাঁজোতে কোনো



ভূৰৰ নক্সা ( ১ম চিত্ৰ )

গজাল তেওঁলোকে ব্যৱহাৰ নকৰিলে, কাৰণ ইঙ্কাসকলেও গজাল ব্যৱহাৰ কৰিব নাজানিছিল। জৰীৰে জুটি ভূৰখন সজা হ'ল। তাৰ পিছত পাল এখন তৰি ভূৰ খনৰ নাম দিলে "কন্‌টিকি"। কন্‌টিকি হল ইঙ্কাসকলৰ এজন দেৱতাৰ নাম। তেওঁলোকে হিচাপ কৰি দেখিলে সাগৰৰ সোঁত আৰু বতাহৰ সোঁতক আশ্ৰয় কৰি গৈ থাকিলে তিনিমাহ মানৰ ভিতৰতে পলিনেচিয়াৰ কোনো এটা দ্বীপ পাবগৈ পাৰে। সিমান দিনৰ বাবে ৰচদ-পাতি লৈ যোৱাটো সম্ভৱ নাছিল—কাৰণ ভূৰখন যে সৰু।

গতিকে তেওঁলোকে কিছু খোৱা পানী আৰু অলপ খোৱা বস্তু লৈ যাত্ৰা আৰম্ভ কৰিলে। লগত ললে কেইটামান বৰশী



ভূৰৰ নক্সা ( ২য় চিত্ৰ )

আৰু কেইখনমান জাল, যাতে বাটে বাটে মাছ আদি মাৰি খাব পাৰে। মানুহৰ লগত সংযোগ ৰাখিবৰ বাবে তেওঁলোকে এটা বেতাৰ যন্ত্ৰ ললে। আৰু ললে এটা ভাটৌ, মন ভাল লগাবলৈ।

তেওঁলোকৰ যাত্ৰা আৰম্ভ হ ল। প্ৰশান্ত মহাসাগৰৰ ডাঙৰ ডাঙৰ ঢৌৰ ওপৰেদি সৰু ভূৰখন ওপঙি যাবলৈ ধৰিলে। সাগৰৰ মাছ শিহু আৰু হাঙ্গৰেই হল তেওঁলোকৰ লগৰীয়া। খোৱা বস্তুৰ অভাৱ পুৰালে সাগৰৰ মাছেৰে। বৰষুণ দিলে তেওঁলোকে পানী ধৰি থয়—সাগৰৰ পানীতো খাব নোৱাৰি!

এইদৰে তেওঁলোকৰ এমাহ পাৰ হ'ল, দুমাহ পাৰ হ'ল, তিনি-মাহো শেষ হ'ল। পাৰৰ কোনো চিন তেওঁলোকে দেখা নেপালে। ইতিমধ্যে এদিন ধুমুহা বতাহত ভাটৌটো চিটিকি পিছফালে পানীত পৰি গ'ল। ভাটৌটো তেওঁলোকে উদ্ধাৰ কৰিব নোৱাৰিলে। কিয় জানানে? ভূৰখন কেৱল পানী আৰু বতাহৰ সোঁতত আগুৱাই হে যাব পাৰে, পিছুৱাই যাব পৰা ব্যৱস্থা নাই। মানুহ এজন তেনেকৈ পৰি যোৱা হ'লেও তেওঁৰ কাষলৈ ভূৰখন নিব পৰা নগ'লহেঁতেন!



পিচত এশ এদিনৰ মূৰত তেওঁলোকৰ ভূৰখন গৈ এটা সৰু দ্বীপৰ কাষত শিল এটাত খুন্দা খালেগৈ। ভূৰখন ভাগি গ'ল। তেওঁলোক ছজনক কোনোমতেহে উদ্ধাৰ কৰা হ'ল।

এইদৰে এশ এদিন বিপদৰ মাজত থাকি তেওঁলোকে প্ৰমাণ কৰি দেখুৱালে যে ভূৰেৰেও সাগৰ পাৰ হব পাৰি।

### অনুশীলনী

১। পেৰু আৰু পলিনেচিয়া মেপত চাই লোৱা।

২। ইঙ্কাসকল কোন? তেওঁলোকে পানীত চলাচল কৰিবলৈ কি যান ব্যৱহাৰ কৰিছিল?

৩। থৰ হেয়াৰডাল কোন? তেওঁ কি কথাটো প্ৰমাণ কৰিব খুজিছিল?

৪। তেওঁ কথাটো কেনেকৈ প্ৰমাণ কৰিব খুজিছিল?

৫। থৰে ভূৰখনৰ নাম কি থৈছিল আৰু কিয় থৈছিল?

৬। মানুহৰ উপৰিও ভূৰখনত আৰু এটি লগৰীয়া আছিল। সেই লগৰীয়াটো কোন? তাৰ কি হ'ল?

৭। অৰ্থ শিকা—ইতিহাস, বাসিন্দা, হাঙ্গৰ, প্ৰাচীন, শাখা।

৮। থৰ আৰু তেওঁৰ লগৰীয়াসকলে বৰষুণৰ পানী কিয় ধৰি থৈছিল?

৯। কন্‌টিকিখন পালেগৈ নে? পালে যদি কি অৱস্থাত পালেগৈ?

১০। তলৰ বাক্য কেইটাৰ উদ্দেশ্য আৰু বিধেয় নিৰ্ণয় কৰা :—

(ক) ইঙ্কাসকল হ'ল পেৰুৰ প্ৰাচীন বাসিন্দা।

(খ) তেওঁলোকে বাল্‌চা কাঠৰ ভূৰ সাজিছিল।

১১। জৰীৰে জুটি ভূৰখন সজা হ'ল।—এই বাক্যটোত কৰ্ত্তাৰ উল্লেখ নাই। এনেকুৱা আৰু দুটা বাক্য সাজাচোন।

———

# ঈশ্বৰ যাৰ সহায়

ইচলাম ধৰ্ম্মৰ প্ৰবৰ্ত্তক হজৰত মহম্মদে এদিন এজোপা গছৰ তলত জিৰণি লৈছিল। বহুদূৰ বাট কুৰি বাই অহাৰ কাৰণে তেওঁৰ বৰ ভাগৰ লাগিছিল। গছৰ ডালত চৰাই এটাই গীত গাই আছিল। ভাগৰুৱা মহম্মদৰ টোপনি আহিল।

কিছু বেলিৰ পিছত কাৰোবাৰ খোজৰ শব্দত তেওঁ সাৰ পাই উঠিল। তেওঁ দেখিলে, হাতত খোলা তৰোৱাল লৈ মানুহ এটাই তেওঁক হত্যা কৰিব খুজিছে। মহম্মদে শান্তভাবে সুধিলে,— "তোমাক কি লাগে, ভাই ?"

মানুহটোৱে ক'লে, "তোমাৰ প্ৰাণ।"

মহম্মদে সুধিলে, "মইনো তোমাৰ কি অপৰাধ কৰিলোঁ, মোক যে এনেকৈ হত্যা কৰিব খুজিছা ?"

মানুহটোৱে মহম্মদক ক'লে, "তুমি বিধৰ্ম্মী, তুমি আগৰ পৰা চলি অহা ধৰ্ম্মৰ বিৰোধী। তোমাক হত্যা কৰি মই আমাৰ প্ৰাচীন ধৰ্ম্ম ৰক্ষা কৰিম। চোঁৱা, ইয়াত তোমাক ৰক্ষা কৰিবলৈ কোনো নাই। তুমি তোমাৰ ধৰ্ম্মপ্ৰচাৰ বন্ধ কৰা—নহলে তোমাৰ ৰক্ষা নাই।"

হজৰত মহম্মদে ক'লে, "মই কিয় ধৰ্ম্মপ্ৰচাৰ বন্ধ কৰিম ? মই যিটো সত্য বুলি জানো, সেইটো সদায়েই ক'ম। পৃথিবীত ঈশ্বৰেই একমাত্ৰ সত্য আৰু অদ্বিতীয়। তেওঁত আশ্ৰয় ললেই মানুহে মুক্তি পাব।"



মানুহটোৱে খঙেৰে ক'লে, "তোমাৰ ভণ্ডামি বন্ধ কৰা। চাওঁচোন তোমাৰ ঈশ্বৰে তোমাক কেনেকৈ ৰক্ষা কৰে।" এই বুলি সি তৰোৱাল ডাঙি ল'লে।

মহম্মদে নিৰ্ব্বিকাৰ ভাবে ক'লে, "তোমাৰ যি মন যায় কৰা।" তাৰ পিচত তেওঁ প্ৰাৰ্থনাত বহিল।

মানুহটোৱে দেখিলে, মহম্মদৰ দেহৰ পৰা যেন এটা স্বৰ্গীয় জ্যোতিহে ওলাইছে। তেওঁৰ মুখৰ পৰা ওলোৱা ভগৱানৰ নামবোৰে যেন তেওঁৰ চৌদিশ ঘেৰি ৰাখিছে।

তাৰ হাতৰ পৰা তৰোৱাল খহি পৰিল। প্ৰাৰ্থনাৰ অন্তত হজৰত মহম্মদে সেই তৰোৱালখন তুলি লৈ হাঁহি এটা মাৰি ক'লে, "মই যদি এতিয়া তোমাক হত্যা কৰোঁ, কোনে তোমাক ৰক্ষা কৰিব ?"

মানুহটোৱে ভয়ত কঁপি কঁপি ক'লে, "নাই, মোক ৰক্ষা কৰোঁতা কোনো নাই।"

হজৰত মহম্মদে তেওঁৰ স্বভাব সুলভ হাঁহিটোৰে ক'লে, "আছে। নিশ্চয় আছে। তুমিহে নাজানা। পৰম দয়ালু ঈশ্বৰে তোমাক ৰক্ষা কৰিব।"

এই বুলি হজৰত মহম্মদে তৰোৱালখন দূৰলৈ দলিয়াই দিলে।

**অনুশীলনী**

১। অৰ্থ শিকা ঃ—প্ৰৱৰ্ত্তক, বিধৰ্ম্মী, অদ্বিতীয়, নিৰ্ব্বিকাৰ, স্বভাৱ-সুলভ।

২। বাক্য ৰচনা কৰা ঃ —ভাগৰুৱা, বিৰোধী, প্ৰৱৰ্ত্তক, ভণ্ডামি, প্ৰাচীন।

৩। হজৰত মহম্মদ কোন আছিল ?

৪। হজৰত মহম্মদে কেনেকৈ সাৰ পালে ?

৫। সাৰ পাই উঠি তেওঁ কি দেখিলে ?

৬। 'কি লাগে' বুলি সোধাত মানুহটোৱে এই কথা কৈছিল ঃ
( শুদ্ধটোত √চিন দিয়া )

(ক) তোমাৰ ধন সোণ।

(খ) তোমাৰ প্ৰাণ।

(গ) তোমাৰ উট।

(ঘ) তোমাৰ ধৰ্ম্ম।

৭। মানুহটোৱে মহম্মদক কিয় হত্যা কৰিব খুজিছিল ?

৮। হজৰত মহম্মদ কেনেকৈ ৰক্ষা পৰিল ?

৯। কাহিনীটোত হজৰত মহম্মদৰ চৰিত্ৰৰ কি কি গুণ দেখা পালা ?

---





## লঘোন

**নৱকান্ত বৰুৱা**

একোকে নেখাওঁ আজি
একেবাৰে ভোক নাই,
আছে যদি আধা সেৰ
চিৰা দিবি ভাল চাই।

দৈ মোক নেলাগেই
গাখীৰৰ সৰ পালে,
খাজুৰিৰ গুৰ নেকি ?
লৈ আহ এই ফালে।

নাই যদি মালভোগ
জাহাজী কলকে আন,
আজি মোৰ লঘোনত
সেয়ে হব জলপান।
আজি যদি অহা নাই
ভীম চিং পালোৱান,
তাৰ বাবে ভাজি থোৱা
দুটামান আলু আন।
পাপৰ আছিল বোলে ?
অঙঠাত সেক চোন !
আচাৰো ওলাব পাৰে
বিচাৰিলে চুক কোণ
ৰৌ মাছ ভজা আছে ?
তাৰো দুচকল দে,
এয়ে হ'ব, লঘোনত
বেছি মোক নেলাগে।

অনুশীলনী

১। লঘোন শব্দৰ মানে কি ?
২। কবিতাটোৰ নাম যদি 'খক্' দিওঁ, ভুল হবনে ?
৩। চাৰি আখৰীয়া তলৰ শব্দটোৰ দুটা আখৰ দিয়া নাই। সেই আখৰ দুটা এনে ভাবে বহুৱা যাতে শব্দটোৰ অৰ্থ 'লঘোন' হয়ঃ
উ– বা–।

# নম্ৰতা

( অৰুণোদইৰ পৰা )

কোনো এক সময়ত এটা গপাল ডেকা মানুহে এজনা অতি জ্ঞানী বুঢ়াক লগ পালে। ডেকাই অতি অহংকাৰেৰে নিজৰ মূৰ থিয়কৈ মাজ বাটত ফুৰি ফুৰিছিল, কিন্তু সেই বৃদ্ধ জনাই হ'লে মূৰ দোঁৱাই আলিৰ দাঁতিৰে গৈ আছিল। তেতিয়া ডেকাই বুঢ়া



জনক এই কথা ক'লে, "হেৰা আতা, তুমি কি কাৰণে নিজৰ মূৰ দোঁৱাই গৈছা ?" বুঢ়াই মূৰ ডাঙি ডেকাক এই উত্তৰ দিলে, "ডেকা বোপাটি, তুমি বাটৰ কাষৰত থকা ঘেঁহু ধান দেখিছানে ?"

ডেকাই সমিধান দি কলে, "হয়, দেখিছোঁ। পিচে কি হ'ল ?"

বুঢ়াই সুধিলে, "তুমি সেই ঘেঁহু ধানবোৰৰ কোনো কোনোৰ ঠোক দাং খাই থকা আৰু কোনো কোনোবোৰ ঠোকক

তললৈ মূৰ দোঁৱাই থকা দেখিছা, নহয়নে ? পিচে তাৰ কাৰণটো জানানে নাজানা ? নাজানা যদি কওঁ শুনা ঃ যিবোৰ ঠোকত গোট নাই, পতানহে আছে, সেইবোৰ থিয় হৈ থাকে। যিবোৰত গোট আছে সেইবোৰ ঠোকেই তললৈ মূৰ দোঁৱাই থাকে।”

ইয়াকে কৈ ডেকাক নমস্কাৰ জনাই বুঢ়াজন বিদায় লৈ গুচি গ'ল, ডেকাজনেও অতিশয় লাজ পাই ঠাইতে আঁতৰি আহিল।

এই কাহিনীটোত এটা উত্তম উপমা আছে। যি জনৰ অধিক জ্ঞান আছে, সেই মানুহেই নম্র। যি মানুহৰ ঘৰত বিস্তৰ সোণ থাকে তেওঁলোকে পিতলৰ গহনাত সোণপানী চৰাই শোভা নবঢ়ায়। যি নদীৰ পানী দ, সেই নদী ধীৰ গতিৰে বৈ যায়। তৰাং পানীতহে ঢৌৰ খলখলনি বেছি। কলহত তাকৰিয়াকৈ পানী ভৰাই জোকাৰিলে বৰকৈ শব্দ কৰে, কিন্তু মুখলৈকে পানী ভৰালে তাত শব্দ নুঠে, কিয়নো খলকনিৰ শব্দ হবলৈ তাত ঠায়েই নাই।

সেইদৰে যি মানুহ মহৎ আৰু জ্ঞানৱন্ত, তেওঁ কেতিয়াও নিজক বৰ বোলাই নুফুৰে আৰু গপ-অহঙ্কাৰো নকৰে। কিন্তু যি মানুহে নিজে নিজে মান বিচাৰি ফুৰে সি হাঁহিয়তাৰ পাত্র হে হয়। গঙ্গাটোপৰ দৰে নিজকে ফুলাই সি ডাঙৰটো কৰিব খোজে।

### অনুশীলনী

১। গোট থকা ঘেঁহুধানৰ ঠোক, দ পানী থকা নদী, আৰু মুখলৈকে ভৰোৱা কলহ,—এই তিনিটা বস্তুক এই পাঠত কিহৰ উদাহৰণস্বৰূপ দেখুওৱা হৈছে ?



২। বাক্য ৰচনা কৰা ঃ গপাল, পতান, হাঁহিয়তাৰ পাত্র, মহৎ।

৩। নম্রতা শব্দটো বিশেষ্য, তাৰপৰা হোৱা বিশেষণটো কি ?

৪। নম্রতাৰ বিপৰীত কি ?

৫। গঙ্গাটোপ কি ? নাজানা যদি শিক্ষকক সোধা।

চিনাকি ঃ 'অৰুণোদই' প্রথম অসমীয়া আলোচনী।

---

# মাইকেল ফেৰাডে

দুখীয়া কমাৰ এজনৰ ল'ৰা মাইকেল ফেৰাডে। ঘৰ আছিল ইংলণ্ডৰ ইয়ৰ্কছায়াৰ নামে ঠাইত। পঢ়াশুনাৰ প্ৰতি তেওঁৰ অসীম ধাউতি। কিন্তু ঘৰৰ অৱস্থা তেওঁৰ ইমান বেয়া যে কেই-শ্ৰেণীমান পঢ়িয়েই তেওঁ স্কুল এৰি কামত সোমাব-লগীয়া হ'ল। তেতিয়া তেওঁৰ বয়স মাত্ৰ দহ বছৰ। দহ বছৰীয়া ল'ৰাটিয়ে কি কমাৰৰ কাম শিকিব? ডাঙৰ ডাঙৰ হাতুৰিবোৰ ডাঙিব পাৰিব জানো? তাকে ভাবি দেউতাকে কিতাপৰ দোকান এখনত



লাচনি-পাচনি কৰা ল'ৰা হিচাপে ফেৰাডেক সুমুৱাই দিলে। তাৰ কিছুদিনৰ পিচত ফেৰাডেই কিতাপ বন্ধোৱা কাম শিকিবৰ বাবে দপ্তৰীৰ দোকান এখনত চাকৰি ল'লে।

কমাৰশালাৰ সলনি কিতাপৰ দোকান আৰু দপ্তৰীৰ দোকানত চাকৰি—এই সৰু কথা দুটাই ফেৰাডেৰ জীৱনৰ ধাৰা সলাই দিলে। মানুহবিলাকে নানা ধৰণৰ কিতাপ দপ্তৰীক বন্ধাবলৈ দিয়ে। ঢৌতে খৰমাৰি ফেৰাডেই সেই কিতাপবোৰৰ যিখিনি পাৰে পঢ়ি লয়। এইদৰে পঢ়োঁতে পঢ়োঁতে তেওঁ ৰসায়ন আৰু বিজুলী শক্তিৰ বিষয়ে ভালেখিনি-কিতাপ পত্ৰ পঢ়ি পেলালে।



হামফ্ৰে' ডেভি সেই সময়ৰ এজন বিখ্যাত বৈজ্ঞানিক। তেওঁ মাজে মাজে বিজ্ঞান বিষয়ক ৰাজহুৱা বক্তৃতা দিছিল। আজৰি পালেই ফেৰাডে সেইবোৰ শুনিবলৈ যায়। আন শ্ৰোতাৰ দৰে তেওঁ কেৱল শুনিয়েই ক্ষান্ত নেথাকে। লগে লগে টোকা কৰিও যায় আৰু ঘৰত আহি সেইবোৰ জুকিয়াই গোটেই বক্তৃতাটোকে আকৌ লিখি পেলায়।

তাৰ পিচত এদিন দপ্তৰীৰ দোকানৰ এই অখ্যাত কৰ্ম্মচাৰী-জনে সেই বক্তৃতাখিনি কিতাপৰ আকাৰেৰে ধুনীয়াকৈ বন্ধাই হামফ্ৰে' ডেভিলৈ পঠিয়াই দিলে। লগতে কিবা চাকৰি দিব পাৰে নেকি সেইটোও সুধি এখন চিঠি দিলে।

হামফ্ৰে' ডেভি ফেৰাডেৰ এই কামত অতিশয় মুগ্ধ হ'ল। এই অচিনাকী ল'ৰাজনে তেওঁৰ বক্তৃতাৰ সাৰমৰ্ম অকণো আঁৰ নলগাকৈ কি সুন্দৰ ভাবে লিখি পঠাইছে।

ফেৰাডেক তেওঁ ৰাজকীয় বিজ্ঞানাগাৰত এটা সৰু চাকৰি দিলে।

ভাগ্যৰ চকৰি তেনেকৈয়ে ঘূৰিল। বিজ্ঞানাগাৰত ফেৰাডেই নানান পৰীক্ষা-নিৰীক্ষাত ব্যস্ত হৈ পৰিল আৰু কালক্ৰমে তেওঁ এজন শ্ৰেষ্ঠ বিজ্ঞানী হিচাপে পৰিচিত হ'ল। ৰসায়ন আৰু বিদ্যুৎ—এই দুই শাখাত কৰা কেইবাটাও আবিষ্কাৰে তেওঁৰ নাম চিৰস্মৰণীয় কৰি ৰাখিছে। তেওঁৰ দিনলৈকে বিজুলী শক্তিক কেৱল এটা প্ৰাকৃতিক শক্তি হিচাপেই ধৰা হৈছিল। সৰহীয়াকৈ বিজুলী শক্তি উৎপাদন কৰি মানুহৰ কামত লগোৱাৰ দিহা তেৱেঁই কৰি থৈ গ'ল।

### অনুশীলনী

১। অৰ্থ শিকি নিজৰ বাক্যত ব্যৱহাৰ কৰা ঃ—অসীম ধাউতি, লাচনি-পাচনি, ঢৌতে খৰ মাৰি, আঁৰ নলগাকৈ, দিহা।

২। অৰ্থ শিকা ঃ—দপ্তৰী, বিদ্যুৎ, বিজ্ঞানাগাৰ, উৎপাদন, সাৰমৰ্ম, অখ্যাত, ভাগ্যৰ চকৰি।

৩। ৰসায়ন আৰু বিজুলী শক্তি কি শিক্ষকৰ পৰা জানি লোৱা।

৪। বিজুলী শক্তিৰে চলা দুটা যন্ত্ৰ বা সজুলিৰ নাম কোৱা।

৫। মাইকেল ফেৰাডে কোন আছিল ?

৬। তেওঁ ল'ৰাকালতে কি চাকৰি কৰিছিল ?

৭। সেই চাকৰিৰ পৰা তেওঁৰ কি লাভ হৈছিল ?

৮। পৈতৃক ব্যৱসায়ত যোগ দিয়া হ'লে তেওঁ সেই সুবিধা পালেহেঁতেন নে ?

৯। ফেৰাডেই হামফ্ৰে ডেভিক কি উপহাৰ দিছিল ?

১০। সেই উপহাৰ পাই হামফ্ৰে ডেভিয়ে কি কৰিলে ?

১১। তলত কেইটামান ব্যৱসায় আৰু কেইবিধ বস্তুৰ নাম দিয়া হ'ল। কোনে কি বস্তু ব্যৱহাৰ কৰে সেই অনুসৰি লগ লগোৱা ঃ

| | |
|---|---|
| কুমাৰ | সূতা |
| বাঢ়ৈ বা সূতাৰ | মাটি |
| সোণাৰী | লো |
| কমাৰ | কাঠ |
| দৰ্জি | বাখৰ |

———



## মুনি চুনি বেলি

(ডিবুৰু নৈৰ দাঁতিত)

**মফিজুদ্দিন আহমদ হাজৰিকা**

গধূলি হৈছে মলয়া বইছে
বেলিটি গইছে বুৰি,
সোণালী বৰণে পৰি হাবি বনে
জমকে পৃথিবী জুৰি।
ৰাঙলী ছবিটি বুকুৰে সাৰটি
নাচিছে ডিবুৰু ন'ই,
জপনা জাপিছে ৰথীয়া চাপিছে
দমৰা দামুৰি লই।
চৰাই চ্ কতি আহিছে উলটি
আপোন বাহলৈ উৰি,
হালোৰা হজুৰা কানীয়া ভঙুৰা
টোকোৰা পঁজালৈ ঘূৰি।

সন্ধিয়া নামিছে মেলানি মাগিছে
দিনেও ৰাতিলৈ চাই,
ৰ'দালি নুমালে ৰান্ধনি সোমালে
ল'ৰায়ো পাতিছে হাই।
পোহৰো বুৰিছে আখাটি জুৰিছে
বোৰাৰী জীয়ৰীহঁতে,
কুটনী বাছনি লাচনি পাচনি
কৰিছে আপোনামতে।
ল'ৰাই ধৰিছে আমনি কৰিছে
থিতাতে লাগে ঔ ভাত,
এনেকৈ থকাতে একেটা ঢকাতে
মাকেও কৰিছে শাঁত।
সকলো ঘৰতে এইটি পৰতে
জ্বলিছে অলেখ চাকি,
অজলা চগাই পীৰিতি লগাই
দিছেহি জীৱটি বাকি।
যেতেকে পৰিছে তেতেকে চৰিছে
নুশুনি নেমানি হাক,
পদূলি পদূলি খেলিছে গধূলি
ল'ৰাছোৱালীৰ জাক।
ঝি-ই-ই বুলিয়ে গাইছে জিলীয়ে
প্ৰভুৰে মহিমা গীত,
একান্ত মনেৰে অনন্ত জনেৰে
বিচাৰি আপোন হিত।



**অনুশীলনী**

১। কোনটো শুদ্ধ? √চিন দিয়া।
মুনিচুনি বেলি মানে দোকমোকালি / কানিমুনি বেলি / ফেঁহুজালি / ডাৱৰীয়া বতৰ।

২। মলয়া বতাহ কোন ঋতুত বয়?

৩। অৰ্থ শিকা : চ্‌কতি, জপনা, মেলানি মাগিছে, টোকোৰা পঁজা, ল'ৰাই পাতিছে হাই, পোহৰ বুৰিছে, আখাটি জুৰিছে, কুটনি-বাছনি, লাচনি-পাচনি, বিভুৰ মহিমা, অনন্ত জনেৰে।

৪। কবিতাটো অনুসৰি সন্ধিয়াৰ বৰ্ণনা এটা দিয়া।

———





# অতিকায়ৰ পৰিণাম

**যোগেন্দ্ৰনাথ শইকীয়া**

বহুত দিনৰ আগতে পৃথিবীত কিছুমান অতিকায় জন্তু বাস কৰিছিল। কোটি বছৰতকৈও বেছিদিন আগতে ডাইনোচৰ নামে এজাতি প্ৰাণী পৃথিবীত আছিল। সকলো বিলাক প্ৰাণীৰ ভিতৰত এই ডাইনোচৰবিলাকেই অতি প্ৰতাপী আছিল। ডাইনোচৰ গোটেই বিলাক একেবিধৰ নাছিল। ইহঁতৰ ভিতৰত কিছুমান উদ্ভিদভোজী আৰু কিছুমান মাংসাহাৰী আছিল। ডাইনোচৰবিলাকৰ ভিতৰত আটাইতকৈ ভয়ংকৰ আছিল এলোচ'-ৰাচ্। আকাৰত ইহঁত প্ৰকাণ্ড আছিল আৰু দীঘলে ত্ৰিশ ফুটতকৈও বেছি আছিল। ইহঁতৰ দাঁতবোৰ আছিল কটাৰিৰ দৰে চোকা আৰু নখবোৰ আছিল তীক্ষ্ণ। সেই যুগত হাবিৰ মাজে মাজে ইহঁতে চিকাৰলৈ খাপ দি জোপ লৈ থাকিছিল। ইহঁতৰ লগত যুঁজিব পৰা কোনো জন্তু সেই যুগত নাছিল। চাৰিওফালৰ অৱস্থাৰ লগত নিজক খাপ খুৱাই লব নোৱাৰাৰ ফলত এই অতিকায় জীৱবিলাক মৰি পৃথিবীৰ পৰা নাইকিয়া হ'লগৈ।



আৰু এবিধ ভয়ঙ্কৰ অতিকায় জীৱৰ সৃষ্টি হৈছিল। সেই-বিধ হল টাইৰেনোচৰাচ্। ইহঁতে সমসাময়িক প্ৰাণীবিলাকৰ প্ৰাণত ত্ৰাসৰ সঞ্চাৰ কৰি গোটেইখনতে দপ্‌দপাই ফুৰিছিল। ইহঁত মাংসাহাৰী আছিল আৰু আন প্ৰাণীবিলাক খাই ধ্বংস



কৰিছিল। ইহঁতৰ নাকৰ আগৰপৰা নেজৰ গুৰিলৈকে পঞ্চাশ ফুট দীঘল আছিল। থিয় দিলে মূৰটো মাটিৰ পৰা ১৮ ফুটৰ পৰা ২০ ফুটমান ওখত থৈছিল। ইহঁতৰ ভৰিৰ মাংসপেশী বৰ সবল আছিল আৰু ইহঁতৰ ভৰিৰ তিনিওটা আঙুলিৰ প্ৰত্যেকটোতে চোকা নখ আছিল। ইহঁতৰ দাঁত দুপাৰিও অতি সাংঘাতিক আছিল। দাঁতবোৰ ছয় ইঞ্চি দীঘল আৰু তৰোৱালৰ দৰে ধাৰ থকা আছিল। কিন্তু শক্তি আৰু শাৰীৰিক অৱয়বে ইহঁতক ধ্বংসৰ হাতৰ পৰা ৰক্ষা কৰিব নোৱাৰিলে। প্ৰাকৃতিক অৱস্থাৰ লগত নিজক খাপ খুৱাব নোৱাৰাটোৱেই ইহঁতৰ ধ্বংসৰ ঘাই কাৰণ।

ডাইনোচৰবিলাক আছিল সৰীসৃপ। পণ্ডিতসকলে অনুমান কৰে যে পৃথিবীখন বৰ্ত্তমান অৱস্থালৈ অহাৰ আগতে বহুত

সাল-সলনি হৈছিল। পৃথিবীৰ ওপৰভাগত পৰিবৰ্ত্তন হোৱাৰ লগে লগে উদ্ভিদবিলাকৰো সাল-সলনি ঘটিছিল। পৃথিবীখন সলনি হলত নতুনকৈ হোৱা উদ্ভিদবিলাক খাব নোৱাৰাৰ ফলতে তৃণভোজী ডাইনোচৰবিলাক মৃত্যুৰ মুখত পৰাটো সম্ভৱ। উদ্ভিদ-ভোজী জন্তুবোৰ মৰি হাজি নাইকিয়া হলত মাংসাহাৰী ডাইনোচৰ-বিলাকো আহাৰৰ অভাবত মৰিব লগাত পৰে।

দহ লাখ বছৰৰ আগতে পৃথিবীত যিবোৰ প্ৰাণী আছিল সেই-বোৰৰ ভিতৰত আটাইতকৈ ডাঙৰ এজাতিৰ নাম আছিল 'মেমথ'। এই 'মেমথ' বিলাক দেখিবলৈ অতিকায় হাতীৰ দৰে আছিল। ইহঁতৰ দাঁতবিলাক হাতীৰ দাঁততকৈও দীঘল আছিল আৰু গা দীঘল দীঘল নোমেৰে আবৃত আছিল। ইহঁত ওখই আছিল দহ ফুট। ইহঁতে ওখ বৰফৰ গ্লেচিয়াৰৰ মাজত বাস কৰিবলৈ লৈছিল। তাৰ পিচত কিবা কাৰণত ইহঁত দলে দলে মৰি নাইকিয়া হ'ল। ইহঁতৰ দাঁতবিলাক এতিয়াও পোৱা যায় আৰু পৃথিবীৰ আধা হাতীদাঁতৰ যোগান ধৰা হয় ইহঁতৰ দাঁত বিলাকেৰে।

'মেমথ' আৰু সিহঁতৰ সমসাময়িক জন্তুবিলাক কিয় ধ্বংস হৈ নাইকিয়া হ'ল তাক মাত্ৰ অনুমানহে কৰিব পাৰি। অনুমান কৰা যায় যে তিনিটা কাৰণৰ কোনোবা এটা বা আটাই কেইটাৰ ফলত ইহঁতৰ ধ্বংস হয়। কাৰণ কেইটা হৈছে :—

১। পৃথিবীৰ জলবায়ু সাল-সলনি হ'ল আৰু নতুন ধৰণৰ জলবায়ুৱে ইহঁতক নুসুজা হ'ল।

২। জীয়াই থাকিবৰ বাবে নিজৰ মাজতে প্ৰতিযোগিতা হ'ল, আৰু ফলত মৰা-মাৰি কৰি শেষ হবলৈ ধৰিলে।



৩। চাৰিওফালৰ অৱস্থাৰ লগত ইহঁতে নিজক খাপ খুৱাব নোৱাৰিলে।

তাৰ পিচত পৃথিবীৰ পৰা অতিকায় জীৱবিলাক নাইকিয়া হ'ল আৰু সিহঁতৰ ঠাইত সৰু সৰু জীৱবিলাকৰ উৎপত্তি হ'ল। সৰু সৰু জীৱবিলাকে চাৰিওফালৰ অৱস্থাৰে সৈতে নিজক খাপ খুৱাব পৰা বাবেই পৃথিবীতে তিষ্ঠি থাকিব পাৰিলে। জীৱশ্ৰেষ্ঠ মানুহে বুদ্ধিৰ বলত সকলো প্ৰাণীকে নিজৰ তলতীয়া কৰিবলৈ সমৰ্থ হ'ল।

**অনুশীলনী**

১। এই শব্দকেইটাৰ অৰ্থ আৰু প্ৰয়োগ শিকা :—

অতিকায়, মাংস-পেশী, সৰীসৃপ, উদ্ভিদভোজী, মাংসাহাৰী, তীক্ষ্ণ, ভয়ঙ্কৰ, ত্ৰাস, উৎপত্তি, শ্ৰেষ্ঠ, সমৰ্থ।

২। আগৰ যুগৰ অতিকায় জীৱবোৰ নাইকিয়া হোৱা ঘাই কাৰণ কি?

৩। প্ৰাণীবোৰৰ শৰীৰৰ তুলনাত মগজৰ পৰিমাণ কম হলে কি হয়?

৪। ডাইনোচৰ আৰু মেমথ জীৱন্ত অৱস্থাত এতিয়াও পোৱা যায় নে?

৫। (ক) এতিয়াৰ তৃণভোজী জীৱ কেইটামানৰ নাম কোৱাঁ।
(খ) এতিয়াৰ মাংসাহাৰী জীৱ কেইটামানৰ নাম কোৱাঁ।
(গ) এতিয়াৰ তিনিবিধ সৰীসৃপৰ নাম কোৱাঁ।

৬। অসমত এবিধ জন্তু আছে যিবোৰ ক্ৰমে নাইকিয়া হৈ আহিছে আৰু চৰকাৰে সিহঁতক ৰক্ষা কৰিবলৈ যত্ন কৰিছে—জন্তুটো কি?

৭। এই পাঠটোত এটা 'কালৰ' ব্যৱহাৰ বেছি কৰা হৈছে। সেই কালটো কি উদাহৰণৰে সৈতে কোৱা।

———

# অন্নদান

হৰেন্দ্ৰনাথ শৰ্ম্মা

স্বৰ্গীয় গোপীনাথ বৰদলৈৰ নাম অসমত কোনে নাজানে ? ভাৰতৰ স্বাধীনতা আন্দোলনত তেওঁৰ অৰিহনা অসীম। স্বাধীনতা সংগ্ৰামৰ সময়ত তেওঁ দেশৰ বাবে কেবাবাৰো কাৰাবৰণ কৰিছিল আৰু নানা নিগ্ৰহ ভুগিছিল। ইংৰাজ ৰাজত্বৰ শেষৰ ফালে



অসমত প্ৰথম কংগ্ৰেছী মন্ত্ৰীসভা গঠন হওঁতে তেওঁ মুখ্যমন্ত্ৰী হৈছিল। দেশে স্বাধীনতা পোৱাৰ পিচতো তেৱেঁই অসমৰ প্ৰথম মুখ্যমন্ত্ৰী হয়। তেওঁ কেৱল ৰাজনীতিজ্ঞ পুৰুষেই নাছিল। মানুহ হিচাপেও তেওঁ অতি কোমল অন্তৰৰ আছিল আৰু নিজৰ দুখ-কষ্টৰ কথা সমূলি নেভাবিছিল।



বৰদলৈ অসমৰ মুখ্যমন্ত্ৰী হৈ থকা সময়ৰে ঘটনা। এদিন দুপৰীয়া বৰদলৈ ডাঙৰীয়া ক'ৰবাৰ পৰা আহি গা-পা ধুই উঠিছে। তেখেতৰ পত্নীয়ে তেখেতলৈ ভাত বাঢ়ি ৰৈ আছে।

তেনেতে পদূলিয়েদি মগনীয়া এটা সোমাই আহিল। বাহিৰৰ বাৰান্দাতে বৰদলৈক দেখি এমুঠি ভাত খুজিলে। তাক ৰবলৈ কৈ তেখেতে ৰান্ধনি ঘৰলৈ গৈ ঘৈণীয়েকক সুধিলে আৰু ভাত আছেনে নাই। ঘৈণীয়েকে ভাবিলে কোনোবা আলহী আহিল। কোনো সোধ-পোছ নকৰাকৈ কলে, "আৰু ভাত নাই, ৰান্ধি দিব লাগিব।"

বৰদলৈ ডাঙৰীয়াই এখন কলপাত আনি বাৰান্দাতে পৰি মগনীয়াটোৰ আগত দিলে, আৰু নিজলৈ বাঢ়ি থোৱা ভাত আঞ্জা গোটেইখিনিকে আনি মগনীয়াটোক খাবলৈ দিলে। তেখেতৰ ঘৈণীয়েক আৰু অন্যান্য সকলো আচৰিত হ'ল। তেতিয়া বৰদলৈয়ে হাঁহি মাৰি ঘৈণীয়েকক ক'লে, "আজি মহালয়া, পিতৃপুৰুষৰ উদ্দেশ্যে শৰাধ কৰিব লাগে। ভগৱানে সেই সুযোগ মিলাই দিলে।"

### অনুশীলনী

১। অৰ্থ শিকা ঃ অন্নদান, মন্ত্ৰীসভা, সংগ্ৰাম, কাৰাবৰণ, ৰাজ-নীতিজ্ঞ, নিগ্ৰহ, মহালয়া, পিতৃপুৰুষ।

২। 'স্বৰ্গীয় গোপীনাথ বৰদলৈৰ নাম অসমত কোনে নাজানে ?' এই প্ৰশ্নবোধক বাক্যটো অৰ্থ নসলোৱাকৈ সাধাৰণ উক্তিৰ বাক্য কৰা।

৩। বৰদলৈয়ে খাবলৈ লোৱা ভাতখিনি মগনীয়াক দিয়াত তেওঁৰ চৰিত্ৰৰ কি গুণ ফুটি ওলাইছে ?

৪। ঘটনাটো নিজৰ ভাষাত চমুকৈ লিখা।

# ক্ৰিকেটবীৰ ৰণ্জী

### যোগেন্দ্ৰনাথ শইকীয়া

যি সময়ত ভাৰতবৰ্ষত ক্ৰিকেট খেলা সম্পূৰ্ণ অপৈনত অৱস্থাত আছিল সেই সময়তে এজন ভাৰতীয় তেওঁৰ চমৎকাৰ ক্ৰিকেট খেলৰ কাৰণে পৃথিবীৰ ভিতৰত বিখ্যাত হৈ উঠিছিল। সেই জন হৈছে ভাৰতৰ ক্ৰিকেটবীৰ ৰণজিৎ সিংহ। ক্ৰিকেট খেলুৱৈবিলাকৰ মাজত ৰণজিৎ সিংহজীৰ চুটি নাম 'ৰণ্জী'। ৰাজকোটৰ ৰাজকোঁৱৰ কলেজত অলপ দিন শিক্ষা লাভ কৰাৰ পিছত তেওঁ বিলাতলৈ গৈ কেম্‌ব্ৰিজ বিশ্ববিদ্যালয়ত যোগ দিয়ে। ক্ৰিকেট খেলাৰ ক-খ যদিও তেওঁ ভাৰততে শিকিছিল, তথাপি বিলাতলৈ যোৱাৰ পিছতহে তেওঁ ভালকৈ খেলত মনোযোগ দিলে। কিছুদিন পিছত ৰণ্জীয়ে কেম্‌ব্ৰিজ বিশ্ববিদ্যালয়ৰ পৰা 'ব্লু' পায়। 'ব্লু' হৈছে খেলত বিশেষভাবে পাৰ্গতালি লাভ কৰাৰ এটা চিন। বছৰি বিশ্ববিদ্যালয়ৰ পৰা প্ৰত্যেক খেলতে বাছকবনীয়া খেলুৱৈসকলক 'ব্লু' দিয়া হয়।

ইয়াৰ পিছত ৰণ্জীয়ে বিলাতৰ চাছেক্স বোলা ঠাই এডোখৰৰ ফলীয়া হৈ খেলিছিল আৰু কেবাবাৰো তেওঁ ইংলণ্ডৰ ফলীয়া হৈ খেলিবলৈ পাইছিল।

ভাল ক্ৰিকেট খেলুৱৈ হ'বলৈ হ'লে চকু, শৰীৰ আৰু মন, এই তিনিটা ইন্দ্ৰিয়ই বৰ বেগেৰে আৰু সহযোগিতাৰে কাম কৰিব লাগিব। ৰণ্জীৰ এই তিনিওটাকে এইদৰে চলোৱা ক্ষমতা বৰ



বেছিকৈ আছিল। তেওঁৰ চকুৰ দৃষ্টিশক্তি অসাধাৰণ আছিল গুণে অইন খেলুৱৈতকৈ পলমে তেওঁ কোববোৰ ( ষ্ট্ৰোক ) মাৰিব পাৰিছিল। বল দিওঁতাজনৰ হাতৰ পৰা বল গৈ খুটিত ( উইকেট) লাগিলগৈহে লাগে, এনেতে দেখিবা বল গৈ মাটিৰ সীমা পাৰ হ'ল। ভৰিৰ ফালে আৰু কাষৰৰ ফালে এজাক 'ৰখীয়াৰ' মাজেৰে তেওঁৰ দৰে অদ্ভুত কৌশলেৰে তেওঁৰ আগেয়ে কোনেও বল মাৰিব নোৱাৰিছিল।

ভাৰতীয় বিলাকৰ ভিতৰত ৰণ্জীয়েই পোনপ্ৰথমে ইংলণ্ডৰ প্ৰতিনিধিমূলক দলত অষ্ট্ৰেলিয়াৰ বিৰুদ্ধে খেলিবলৈ যায়। এই খেলত তেওঁ এটা 'চেঞ্চুৰি' বা 'এশ ৰান' কৰে। অষ্ট্ৰেলিয়াত ৰণ্জীয়ে যি বাৰ প্ৰথমে খেলিবলৈ যায় সেইবাৰ বৰ মজা হ'ল। অষ্ট্ৰেলিয়াৰ মানুহবিলাকে ধাৰণাই কৰিব পৰা নাছিল যে সেই ক'লা মানুহজনে ইংৰাজী বুজি পায়। দৰ্শকবিলাকে এনেকি দুই এজন খেলুৱৈয়েও ৰণ্জীক 'ক'লা ভূত' নাম দি তেওঁৰ বিষয়ে কোৱাকুই কৰিছিল। খেলৰ পিচত যেতিয়া ভোজ হয়, ইংলণ্ডৰ কেপ্টেইনে ৰণ্জীক তেওঁলোকৰ দলৰ পক্ষৰ পৰা বক্তৃতা দিবলৈ কলে। ক'লা ভূতৰ মুখত নিৰ্ভুল উচ্চাৰণৰ বিশুদ্ধ ইংৰাজী শুনি তাত উপস্থিত থকা বগা অষ্ট্ৰেলিয়াবাসীসকল স্তম্ভিত হ'ল। তেওঁলোকে বাৰে বাৰে ৰণ্জীৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিবলৈ ধৰিলে।

ৰণ্জীৰ সম্পৰ্কে বহুত সৰুসুৰা সাধুকথা মানুহৰ মুখে মুখে প্ৰচলিত আছে। এখন ক্ৰিকেট খেলত উইকেট-কীপাৰ ( খুটি-ৰখীয়া ) জনে বল ওপৰতে ধৰি ৰণ্জীক আউট কৰিব খুজিছিল। কিন্তু নোৱাৰিলে। তাৰ পিছত ৰণ্জীয়ে এটা কোবো বেয়াকৈ



ক্রিকেটবীৰ ৰণ্জী



নামাৰি একে লেথাৰিয়ে ছুশ ৰান কৰিলে। খেল শেষ হ'লত উইকেট-কীপাৰজনে তেওঁৰ কেপ্টেইনৰ ওচৰলৈ গৈ এনেকৈ ক'লে, "বলটো ধৰিব নোৱাৰাত মই বৰ দুঃখিত, কিন্তু কি কৰিম ? মই তেওঁৰ হাত চুখনলৈ চাই আছিলোঁ। সচাঁকৈয়ে কৈছোঁ, তেওঁৰ হাত দুখনে জানিবা বেহেলা বাইছে। বেটখনৰ নালডালৰ তলৰ পৰা ওপৰলৈ আঙুলিবোৰ অহাযোৱা কৰি থাকে।"

**অনুশীলনী**

১। অৰ্থ শিকা ঃ—

ক্রিকেট খেলৰ ক-খ, ইন্দ্রিয়, পাৰ্গতালি, স্তম্ভিত, বিশ্ববিদ্যালয়ৰ ব্লু।

১। ক্রিকেট খেলত সচৰাচৰ ব্যৱহাৰ হোৱা শব্দকেইটামান পাঠটোৰ পৰা বাচি উলিওৱা।

৩। অষ্ট্রেলিয়াত খেলিবলৈ যাওঁতে 'ৰণ্জী'ক মানুহ কিছুমানে কি বুলি ঠাট্টা কৰিছিল ? তেওঁৰ ইংৰাজী শুনি মানুহবোৰৰ ধাৰণা কেনে হৈছিল ?

৪। 'তেওঁৰ হাত দুখনে জানিবা বেহেলা বাইছে—' 'ৰণ্জী'ৰ বিষয়ে এই কথা কোনে, কিয় কৈছিল ?

৫। 'ৰণ্জী'য়ে কোন দেশৰ হৈ অষ্ট্রেলিয়াত ক্রিকেট খেলিবলৈ গৈছিল ?

৬। 'ৰণ্জী'ৰ নামেৰে ক্রিকেট খেলৰ এখন প্রতিযোগিতা ভাৰতত হয়। তাত দিয়া পুৰস্কাৰটোৰ নাম কি ?

৭। আখৰ জোটনি লক্ষ্য কৰা ঃ প্রতিযোগিতা, বক্তৃতা।

———

# দুৰ্ঘটনা

প্ৰেমধৰ দত্ত

গৰমত তত নেপাই শিয়ালে ঠেং ঠুং মেলি গছৰ ছাঁত লাং খাই পৰি আছিল। শিয়ালৰ গাটো ঘামেৰে তিতি ছাই বৰণীয়া নোমবোৰ জিলিকি উঠিছিল। উশাহবোৰ সি ঘন ঘনকৈ লৈছিল। নাকেৰে নহয়, মুখেৰে—জিভাখন দীঘলকৈ মেলিদি। সি নিজে তেনেকৈ পৰি থাকি চকু দুটা মুদি একান্তমনে ঈশ্বৰক প্ৰাৰ্থনা কৰিছিল। প্ৰাৰ্থনা কৰিছিল এই বুলি ঃ হে ঈশ্বৰ দয়াময়। যদি সচাঁকৈয়ে দয়াময় হোৱা তেন্তে নিৰ্দ্দয়ৰ দৰে ইমান সূৰ্য্যৰ তাপ দি আমাৰ ৰং চাইছা কিয় ? কাজিৰঙাখন সূৰ্য্যৰ তাপেৰে পুৰি ৰঙা কৰিব খুজিছা নেকি ? খাল-বিলবোৰ শুকাই তলি ওলাল। আজিলৈকে বৰষুণ এটোপাল নপৰিল। এই গৰমত গা জুৰ পেলাবলৈ বতাহ এছাটিও নবলা হ'ল। তুমি বিশ্ব-ব্ৰহ্মাণ্ডৰ গৰাকী। তোমাৰ ইচ্ছাতেই জোন, বেলি, গ্ৰহ, তৰা সকলো চলিছে। তেনেহলে নো তুমি এই জুই যেনে তাপ দিয়া বেলিটো আমাৰ মূৰৰ ওপৰৰ পৰা আঁতৰাই নিব নোৱাৰা নে ?

এনেকৈ প্ৰাৰ্থনা কৰি থাকোতে গছৰ ওপৰত পাতৰ জৰ-জৰণি শুনি শিয়ালে মূৰটো দাঙি চকু দুটা মেলি চাই দেখিলে, সখিয়েক বান্দৰে গছৰ ডাল এটাত উলোমা বাদুলি দি হেলো হেইছো খেলিছে। এৰা, শিয়ালে নিজকে নিজে কলে, বান্দৰ সখিৰেই ভাল দিয়া। বতাহ নবলিলেও গছৰ ডালত এনেকৈ ওলমি হেলো হেইছো খেলি নিজেই অলপ বতাহ লগাব পাৰে।



ময়ো যদি গছত উঠিব পাৰিলোহেঁতেন ! বান্দৰৰ প্ৰতি শিয়ালৰ পেটে পেটে যেন অলপ হিংসাই উপজিল।

শিয়ালে চকুদুটা মুদি মূৰটো আকৌ পেলালে। এশ বুদ্ধি থকা টেঙৰ শিয়ালৰ মূৰত হঠাতে এটা বুদ্ধি খেলালে। সি ভাবিলে, সি গছত উঠিব নোৱাৰিলেও সখিয়েক বান্দৰৰ সহায়ত এটা কাম কৰিব পাৰে। যদি এডাল লতা আনি তাৰ দুয়োটা মূৰ গছৰ তলৰ ডালত বান্ধি ওলোমাই দিয়া যায় তেতিয়া সি তাতে দোলনা খেলি গাত বঢ়িয়াকৈ বতাহ লগাব পাৰে। সি ভবা-মতেই কামটো কৰিবলৈ সখিয়েক বান্দৰক গছৰ পৰা নামি আহিবলৈ ক'লে। বান্দৰে শিয়ালৰ ইঞ্জিনিয়াৰিং বুধি দেখি প্ৰশংসাত পঞ্চমুখ হ'ল। তাৰ পাছত দুয়োটাই গৈ লতা এডাল বিচাৰি কাটি টানি উলিয়াই আনিলে।

দিহা-পৰামৰ্শ দি লতাডালৰ আগদুটা বান্দৰৰ হতুৱাই গছৰ ডালত বন্ধাই থাকোতে তলৰ পৰা শিয়ালে মাত লগালে, "গাঁঠি দুটা সখি টানকৈ দিবা। চাবা দোলনা খেলি থাকোতে যেন সুলকি পৰি মোৰ পঞ্চত্ব প্ৰাপ্তি নহয়।"

গাঁঠি দিয়া শেষ কৰি বান্দৰে লতাডালেদিয়েই চুঁচৰি নামি আহি শিয়ালক ক'লে, "প্ৰথমে মই দুবাৰমান দোলোঁ। তুমি মোক ঠেলা সখি।" শিয়ালে ঠেলিলে। বান্দৰ লতাডালত বহি কোবোৰে আগলৈ পাছলৈ দুলিবলৈ ধৰিলে। কেইবাৰমান এনেকৈ দুলি বান্দৰ বহাৰ পৰা নামি শিয়ালক বহিবলৈ কৈ ক'লে, "ভয় নাই। গাঁঠি কেইটা বেছ কটকটীয়া হ'ল। এতিয়া তুমি বহা। মই ঠেলোঁ।" শিয়ালে ঠেং দুটা ওলোমাই লতাডালত বহি দুই হাতেৰে দুফালে ভালকৈ খামুচি ধৰিলে। বান্দৰে 'ৰে-ডি'

বুলি কৈ শিয়ালক গাৰ জোৰেৰে মাৰিলে এটা ঠেলা আগলৈ। ঠেলাৰ কোবত শিয়াল যিমান বেগেৰে আগলৈ যিমানদূৰ গ'ল ঠিক সিমান বেগেৰেই পিচলৈয়ো সিমানদূৰ গৈ আগলৈ পিচলৈ দুলিবলৈ ধৰিলে। এনেকৈ দোলেঁাতে দোলেঁাতে শিয়ালৰ



পেটটোৰ নাইটোৰ ওচৰত সুৰ-সুৰণি উঠি গ'ল। দোলন কম হৈ অহাত বান্দৰে শিয়ালক আৰু এঠেলা দিলে। তাৰ পিচত আৰু এঠেলা। তাৰ পিচতো আৰু ঠেলাচেৰেক। কিন্তু—।

কিন্তু শেষৰ ঠেলাটোত যি ঘটনা ঘটিল তাক শিয়ালৰ অদৃষ্টৰ দোষ বুলি কৈ থোৱাৰ বাহিৰে আৰু আন কিবা কবলৈ হলে



নিতান্তই বেছি কোৱা হব। যি ঘটিলে সেয়া ঘটনা নহয়। সেয়া দুৰ্ঘটনা, আকস্মিক দুৰ্ঘটনা। এই দুৰ্ঘটনাৰ বাবে বান্দৰক দোষী বুলি কোৱাটোও অন্যায় হব। কাৰণ, লতাডালৰ গাঁঠি দুটা বান্দৰে তাৰ শক্তিয়ে আঁটে মানে আঁটি আঁটি দিছিল। কিন্তু তথাপিও দুৰ্ঘটনাটো ঘটিল লতাডালৰ গাঁঠি এটা সুলকি গৈয়েই। কেঁচা ডালত বহি সিহঁত যেতিয়া দুলিবলৈ ধৰিলে তেতিয়া তাৰ গাঁঠি দুটা স্বাভাবিকতে আৰু আঁট খালে। ফলত গছৰ ডালত ঘহঁনি খাই খাই তাৰ ওপৰৰ ছাল এৰাই পিছল হৈ গূৰ দুটা সুলকি যাবলৈ ধৰিলে। এনেকৈ সুলকি গৈ গৈ বান্দৰে শিয়ালক মৰা শেষৰ ঠেলাটোত এটা গাঁঠি একেবাৰে সুলকি গ'ল। এই সুলকি যোৱাৰ ফলতে শিয়াল লতাডালত বহি থকাৰ পৰা ফৰিং চিটিকাদি চিটিকি সন্মুখৰ কিছুদূৰত থকা কেঁচা উঁই হাঁফলু এটাত ঠেকেচা খাই পৰি তাৰ ভিতৰলৈ প্ৰায় দুহাত মান সোমাই গ'ল। ইমান খিনি হোৱা দেখিও বান্দৰে ভাবিলে ঃ কেঁচা উঁই হাঁফলুত পৰিছে যেতিয়া সখিয়ে নিশ্চয় দুখ পোৱা নাই, আৰু, পৰাৰ পৰা নিজেই উঠি আহিব পাৰিব। কিন্তু বহুতপৰলৈকে শিয়ালে ওলাই আহিবলৈ একো কুৰুং কাৰাং নকৰা দেখি বান্দৰে বুজিলে কথা বিষম। সি উঁই হাঁফলুৰ ওচৰলৈ গৈ দুবাৰ মান শিয়ালক গাঁতৰ পৰা টানি উলিয়াবলৈ চেষ্টা কৰিলে। কিন্তু নোৱাৰিলে। নোৱাৰি বান্দৰে আৰু বেলি নকৰি বিজুলি বেগেৰে গৈ ওচৰতে বিলত গা ধুই থকা হাতীক সকলো কথা কৈ ঘটনাস্থললৈ মাতি আনিলে। হাতী আহি শুঁৰেৰে ধৰি উঁই হাঁফলুৰ দুহাত তলত সোমাই থকা শিয়ালক টানি উলিয়াই তেতিয়াই হাচ্‌পতাললৈ লৈ গ'ল।

হাচ্‌পাতালত শিয়াল তিনি দিন অচেতন হৈ পৰি থাকি চতুৰ্থ-দিনা চকু মেলি চালে। আজি হাচ্‌পাতালৰ বৰ ডাক্তৰ ভালুকচন্দ্ৰ ভৰালী, এম্‌. বি. বি. এছ. এ প্ৰকাশ কৰা এখন জাননীৰ পৰা জনা গৈছে যে শিয়ালৰ অৱস্থা এতিয়া যথেষ্ট সন্তোষজনক। আশঙ্কা কৰিবলগীয়া এতিয়া আৰু একো নাই। এই আপদীয়া আকস্মিক দুৰ্ঘটনাটোৰ খবৰ বনজুইৰ দৰে নিমিষতে কাজিৰঙাত বিয়পি পৰাত শিয়ালক সমবেদনা জনাবলৈ অহা শুভাকাঙ্ক্ষী পশু-পখী বিলাকৰ লেঠাৰি নিছিগা ধাৰ হাচ্‌পাতাললৈ আজিও বৈ আছে। সখিয়েক বান্দৰতো দিনে-নিশাই শিয়ালৰ পাটিৰ কাষতেই।

## অনুশীলনী

১। অৰ্থ শিকা—

ব্ৰহ্মাণ্ড, প্ৰশংসাত পঞ্চমুখ, পঞ্চত্বপ্ৰাপ্তি, আকস্মিক, কুৰুং কাৰাং, বিজুলি বেগেৰে, ফৰিং চিটিকা, শুভাকাঙ্ক্ষী।

২। নিজৰ বাক্যত ব্যৱহাৰ কৰা—

তত, লাংখাই, ঠেং ঠুং মেলি, পেটে পেটে, আশঙ্কা।

৩। 'হেঁতেন' শব্দটো লগাই দুটা বাক্য সজা।

৪। "গছৰ ওপৰত পাতৰ জৰজৰণি শুনি শিয়ালে মূৰ দাঙিলে—" গছৰ পাতৰ শব্দক 'জৰজৰণি' বোলে। তলৰ বস্তুকেইটাৰ শব্দক কি বোলে বাৰু? (ক) বতাহৰ শব্দ, (খ) ডাৱৰৰ শব্দ, (গ) জুনুকাৰ শব্দ, (ঘ) নিজৰাৰ শব্দ, (ঙ) বেছি সোঁত থকা বহল পানীৰ শব্দ।



৫। কাজিৰঙা ক'ত? তলত কেইটামান জন্তুৰ নাম দিলোঁ। জন্তুকেইটা যদি তাত আছে ✓ চিন দিয়া আৰু নেথাকিলে × চিন দিয়া।

হৰিণা পহু, ছোঁৱৰী পহু, গড়, সিংহ, বাঘ, ম'হ, জেব্ৰা।

৬। বতাহ, বৰষুণ, নিয়ৰ, নৈ—এই বিশেষ্য কেইটাৰ লগত এই ক্ৰিয়া কেইটা খাপ খুওৱা ঃ—বয়, বলে, দিয়ে, সৰে।

৬। শিয়ালটোৱে গাত বতাহ লগাবলৈ কি বুদ্ধি কৰিছিল?

৮। ইয়াত বৰ্ণনা কৰা দুৰ্ঘটনাটো কি?

৯। ঘটনাটো সচাঁ হয়নে? যদি নহয়, কিয় নহয় তিনিটা কাৰণ দেখুওৱা।





## বলিদান

আব্ৰাহাম নামে এজন পৰম ধাৰ্ম্মিক মানুহ আছিল। বহুত দিনলৈকে তেওঁৰ কোনো ল'ৰা-ছোৱালী হোৱা নাছিল। ভাটি-বয়সত তেওঁৰ দুজন পুত্ৰ হয়। ডাঙৰ জনৰ নাম ইস্মায়েল আৰু সৰুজনৰ নাম ইচাহাক।

আব্ৰাহাম অতিশয় ঈশ্বৰ ভক্ত আছিল আৰু সদায় ধৰ্ম্মৰ বাটত চলিছিল।

এদিন নিশা হঠাৎ আব্ৰাহামে সাৰ পাই শুনিলে, কোনোবাই যেন তেওঁক মাতিছে। তেওঁ উঠি বাহিৰলৈ গ'ল। মুকলি আকাশৰ তলত থিয় দি তেওঁ স্পষ্টকৈ শুনিলে কোনোবাই যেন তেওঁক কৈছে, "আব্ৰাহাম, তুমি তোমাৰ নুমলীয়া ল'ৰা ইচাহাকক লৈ মেৰীয়া দেশলৈ যোৱা। তাত গৈ এটা পৰ্ব্বতৰ ওপৰত তোমাৰ পুত্ৰক মোৰ নামত বলি দি যজ্ঞৰ ব্যৱস্থা কৰাগৈ।"



আব্ৰাহামে ভাবিলে পৰমপিতা পৰমেশ্বৰে আব্ৰাহামৰনো ঈশ্বৰৰ প্ৰতি কিমান ভক্তি তাকেই পৰীক্ষা কৰিব খুজিছে। নিজৰ পুতেকক বলি দিবলগীয়া হোৱাত তেওঁৰ হিয়া ভাগি গ'ল, তথাপি তেওঁ কেৰোঘেহেঁা নকৰিলে। পিছদিনা পুৱাতেই যজ্ঞৰ কাঠ আৰু অন্যান্য আৱশ্যকীয় বয়বস্তু গাধৰ পিঠিত বোজাই কৰি ইচাহাকক লৈ মেৰীয়া দেশলৈ যাত্ৰা কৰিলে। বেচেৰা ইচাহাক! যজ্ঞৰ কথা শুনি সি পিতাকৰ লগত আনন্দ মনেৰেই গ'ল। কিহৰ বাবে নো এই যজ্ঞ আৰু তাত নো কি বলি দিয়া হব সেই-বোৰ একো ভু নাপায়। সি পিতাকক সুধিলে, "পিতা, যজ্ঞত বলি দিবলৈ ছাগলী লাগিব নহয়? ছাগলী দেখোন নানিলে?"

দীঘল হুমুনিয়াহ কাঢ়ি আব্ৰাহামে মাথোন কলে, "বোপাই, ঈশ্বৰে দিব।"

পিতাপুত্ৰ দুয়ো পৰ্ব্বতত উঠি এডোখৰ ঠাই পৰিষ্কাৰ কৰিলে। যজ্ঞৰ বাবে বেদী সাজি তাত কাঠ জাপি দিলে। তাৰ পিচত চকুৰ পানী কোনোমতে বন্ধ কৰি আব্ৰাহামে পুতেকক বেদীৰ ওপৰত শুৱলৈ কলে। ইচাহাক চমকি উঠিল, কিন্তু তেওঁ ভয় নাখালে। পুতেকৰ চকুদুটা কাপোৰেৰে বান্ধি দি দেউতাকে বলি দিয়া দীঘল দা খন ডাঙি ললে।

তেনেতে আকৌ সেই মাত! "আব্ৰাহাম, তোমাৰ দাখন নমোৱা। তুমি ধন্য! ধন্য তোমাৰ ঈশ্বৰ ভক্তি। মোৰ বাবে তুমি নিজৰ সৰু পুতেকক বলি দিবলৈকো কুণ্ঠিত নহলা!"

আব্ৰাহামে ঘূৰি চালে। অলপ দূৰতে এটা জোপোহাত শিং-দুটা লাগি ধৰি ছাগলী এটা ৰৈ আছে। এই জনপ্ৰাণীহীন মৰু-ভূমিত ক'ৰপৰা ছাগলী ওলাল? আব্ৰাহামে বুজিলে, ই ঈশ্বৰৰে

মাহাত্ম্য। তেওঁ পুতেকক ক'লে, "বোপাই ঈশ্বৰে বলিৰ ছাগলী আনি দিলে।"

বাপেক পুতেক দুয়ো লতাৰ জোপোহাৰ পৰা ছাগলীটো আনি ঈশ্বৰৰ নামত বলি দিলে আৰু যজ্ঞ সমাপন কৰিলে।

আত্মত্যাগৰ এনেকুৱা উদাহৰণ অতি বিৰল।

### অনুশীলনী

১। বাক্য ৰচনা কৰা ঃ—অতিশয়, আৱশ্যকীয়, বয়বস্তু, কেৰোঘেহোঁ, কুণ্ঠিত, সমাপন।

২। 'ভাটিবয়স' এই শব্দটোৰ বিপৰীত শব্দটো কোৱা।

৩। গভীৰ নিশা আব্ৰাহামে কি শুনিলে ?

৪। সেই কথা তেওঁ কি ভাবিলে ?

৫। আব্ৰাহামে অৱশেষত কাক বলি দিলে ?

৬। ইচাহাকক আব্ৰাহামে কিয় বলি নিদিলে ?

৭। পৰম পিতা, পৰমেশ্বৰ আদি শব্দত থকা **পৰম** শব্দটোৰ অৰ্থ কি ?

৮। এই পাঠটোৰ পৰা দুটা প্ৰশ্নবোধক আৰু দুটা ভাববোধক বাক্য বাচি উলিওৱা।

৯। এই কাহিনীটো বাইবেলত আছে। বাইবেল কোন ধৰ্ম্মৰ ঘাই পুথি ?

---



## তৰা

**দুৰ্গেশ্বৰ শৰ্ম্মা**

( ১ )

নেলাগে নেলাগে তুমি ওচৰ চাপিব,
চাবা মোক নিলগৰে পৰা,
মোক দেখি লৰ মাৰি নেলাগে আহিব,
একেটি ভুমুকি যদি মাৰা।

( ২ )

আঁতৰত কিবা এটি আছে প্ৰকৃতিৰ
মনহৰা মোহিনী শকতি,
পৰ্বতো সমান দেখি যদি দূৰণিৰ,
ওচৰত ভিন গঢ় গতি।

( ৩ )

পুৱাৰ ৰ'দৰ মই গছৰ আগত
জিলিকনি দেখি ভাল পাওঁ,
দুপৰীয়া দেখোঁ যদি মূৰৰ কাষত,
ততালিকে ভিতৰ সোমাওঁ।

( ৪ )

সেইদৰে আঁতৰতে তোমাক দেখিলে
ভাল লাগে মোৰ অন্তৰত,
নিলগৰে পৰা মোক চেনেহ ঢালিলে
নাচোঁ মই তোমাৰ লগত।

**অনুশীলনী**

১। অর্থ শিকা ঃ—মনহৰা, প্রকৃতি, মোহিনী।

২। বাক্য ৰচনা কৰা—নিলগ, দূৰণি, ততালিকে।

৩। কোনটো শুদ্ধ ? চিন দিয়া ঃ

(ক) কবিয়ে তৰাক ওচৰলৈ মাতিছে।

(খ) কবিয়ে তৰাক আৰু আঁতৰি যাবলৈ কৈছে।

(গ) কবিয়ে তৰাক আঁতৰতে থাকিবলৈ কৈছে।



৪। এই কবিতাৰ তৃতীয় কলি ( কলি বা স্তবক কবিতাৰ কেই শাৰীৰ মানৰ একোটা থল ) টো গদ্য লৈ নিয়া।

৫। কবিতাটোৰ পৰা শব্দ বাচি লৈ খালী ঠাই পুৰোৱা।

(ক) দূৰৰ পৰা পৰ্ব্বত···দেখি।

(খ) আঁতৰত···কিবা এটা মোহিনী শকতি আছে।

(গ) দুপৰীয়া ৰ'দ চোকা হলে মই···ভিতৰ সোমাওঁ।

(ঘ) দূৰৰ পৰা চেনেহ ঢালিলে মই তোমাৰ লগত······।

৬। কবিতাটো মুখস্থ কৰা।

———





# আমাৰ স্বাধীনতাৰ যুদ্ধ

সজাত বন্দী কৰি থোৱা চৰাইটিহঁতেও পাখি ধপ্‌ধপাই মুকলি হব খোজে। সজাৰ ভিতৰত ভাল আহাৰ পানী পালেও মুকলি আকাশত উৰি ফুৰাটোহে চৰায়ে বিচাৰে। বন্দী অৱস্থা কেৱেঁ ভাল নাপায়।

আমি ভাৰতবাসীসকল এতিয়া স্বাধীন। আমি নিজে ৰচা আইনমতে আমাক চলাই নিয়ে আমি নিৰ্বাচন কৰা নেতাসকলে। আমি স্বাধীন হোৱা বৰ বেচি দিন হোৱা নাই। ১৯৪৭ চনতহে স্বাধীন হৈছোঁ। তাৰ আগতে প্ৰায় দুশ বছৰ কাল আমাক ইংৰাজে শাসন কৰিছিল। আমি তেওঁলোকৰ তলতীয়া আছিলোঁ।

আমি হঠাতে এদিন স্বাধীন হোৱা নাই। ইংৰাজ শাসনৰ আৰম্ভণিৰে পৰাই স্বাধীনতা যুঁজ চলি আছিল। দেশক মুক্ত কৰিবলৈ বহুতো পুৰুষ নাৰীয়ে আত্ম-বিসৰ্জন দিছিল।

১৮৫৭ চনতে প্ৰথমে মুকলি ভাবে স্বাধীনতাৰ যুদ্ধ আৰম্ভ হয়। তান্তিয়া টোপি, নানা চাহেব, লক্ষ্মীবাঈ আদি নেতাৰ



তলত সমবেত হৈ ভাৰতীয় চিপাহীসকলে ইংৰাজৰ বিৰুদ্ধে যুদ্ধ কৰে। ইংৰাজৰ অস্ত্ৰবল বেছি থকাৰ বাবে সেই যুদ্ধ তেতিয়া সফল নহ'ল। আমাৰ অসমত মণিৰাম দেৱান, পিয়ালি বৰুৱা আদিয়ে এই সংগ্ৰামত যোগ দিছিল। ইংৰাজ চৰকাৰে তেওঁলোকক ফাঁচী দিয়ে।

কুৰি শতিকাৰ আৰম্ভণিৰে পৰা ভাৰতৰ স্বদেশী আন্দোলন আৰম্ভ হয়। সেই আন্দোলনৰে অংশ হিচাপে এটা তৰুণৰ দলে ইংৰাজ বিষয়াসকলক বোমা-বাৰুদেৰে হত্যা কৰি হলেও দেশ স্বাধীন কৰিব খুজিছিল। সেই সময়তে বহুতো তৰুণে ফাঁচীৰ মঞ্চত নিজৰ জীৱন বিসৰ্জন দিবলগীয়া হৈছিল। তাৰ ভিতৰত ক্ষুদিৰামৰ নাম ঘাইকৈ উল্লেখযোগ্য। একেবাৰে কোমল বয়সীয়া এই ল'ৰাটিয়ে হাঁহি হাঁহি ফাঁচী কাঠত উঠিছিল।

এই আটাইবোৰ আছিল সশস্ত্ৰ সংগ্ৰাম। সেই একেধৰণৰ কাৰ্য্যৰ বাবেই ইংৰাজে ভগত সিং, শুকদেৱ, ৰাজগুৰু আদি তৰুণসকলকো ফাঁচী দিছিল।

মহাত্মা গান্ধীৰ নেতৃত্বত স্বাধীনতাৰ যুদ্ধই এটা অহিংস ৰূপ ললে। সত্যাগ্ৰহ, বিদেশী বস্তু বৰ্জন, ইংৰাজৰ আইন অমান্য কৰা —এইবোৰেই আছিল সেই অহিংস যুঁজৰ অস্ত্ৰ। ১৯২১ চনৰে পৰা আৰম্ভ কৰি এই অহিংস যুদ্ধ চলি আছিল। দেশৰ লাখ লাখ মানুহ ইংৰাজৰ আইন অমান্য কৰি জেললৈ গৈছিল। বহুতৰে মৃত্যু হৈছিল। অৱশেষত ১৯৪২ চনত আমাৰ শেহতীয়া স্বাধীনতাৰ যুদ্ধ হৈছিল মহাত্মা গান্ধীৰ নেতৃত্বত। "ইংৰাজ, ভাৰত এৰি যোৱা"—এয়েই আছিল সেই আন্দোলনৰ ধ্বনি। মহাত্মা গান্ধীৰ আহ্বানত দেশৰ অসংখ্য লোকে কাৰাবৰণ

কৰিলে। পুলিচৰ গুলিত অসংখ্য লোকৰ মৃত্যু হ'ল। আমাৰে গহপুৰ থানাত জাতীয় পতাকা তুলিবলৈ যাওঁতে পোন্ধৰ বছৰীয়া ছোৱালী কনকলতাই পুলিচৰ গুলিত প্ৰাণ এৰিলে। অসমৰ আন আন ঠাইত তিলক ডেকা, মদন ৰাউতা, ভোগেশ্বৰী ফুকননী আদিও পুলিচৰ গুলিত নিহত হ'ল। ৰে'লৰ লাইন ধ্বংস কৰাৰ অপৰাধ জাপি দি কুশল কোঁৱৰক ফাঁচী দিয়া হ'ল।

সেই সময়তে নেতাজী সুভাষচন্দ্ৰ বসুৱে বন্দী অৱস্থাৰ পৰা পলাই গৈ বিদেশত 'আজাদ হিন্দ্ ফৌজ' গঠন কৰি ভাৰতৰ স্বাধীনতাৰ আন্দোলন সজীৱ কৰি ৰাখে।

অৱশেষত, আমাৰ অহিংস যুদ্ধৰ ফল স্বৰূপে ১৯৪৭ চনত ইংৰাজে ভাৰতবাসীৰ হাতত দেশৰ শাসনভাৰ গতাই দিয়ে। ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা ভাৰতবৰ্ষ স্বাধীন হয় আৰু ১৯৫০ চনৰ ২৬ জানুৱাৰীৰ দিনা ভাৰতবৰ্ষই নিজকে প্ৰজাতন্ত্ৰ হিচাপে ঘোষণা কৰে। প্ৰজাতন্ত্ৰত ৰাইজৰ নিৰ্ব্বাচিত প্ৰতিনিধিয়ে দেশ শাসন কৰে। আমি আমাৰ কষ্টোপাৰ্জ্জিত স্বাধীনতা ৰক্ষা কৰিবই লাগিব।

### অনুশীলনী

১। ১৯৪৭ চনটো আমাৰ বাবে কিয় উল্লেখযোগ্য ?

২। ভাৰতবৰ্ষ স্বাধীন হোৱাৰ আগতে আমাৰ দেশ কোনে শাসন কৰিছিল ?

৩। ভাৰতৰ স্বাধীনতাৰ প্ৰথম যুদ্ধখনত আগভাগ লোৱা তিনিজন বীৰ বীৰাঙ্গনাৰ নাম লিখা।



৪। তলৰ বাক্য কেইটাৰ যি কেইটা ভুল সেই কেইটাত × চিন দিয়া আৰু শুদ্ধ কেইটাত ✓ চিন দিয়া।

(ক) ইংৰাজে ভাৰতত দুহেজাৰ বছৰ ৰাজত্ব কৰিছিল।

(খ) তিলক ডেকা আৰু কনকলতাক গুলিয়াই হত্যা কৰা হয়।

(গ) ১৯৪৭ চনত ভাৰতত প্ৰজাতন্ত্ৰ স্থাপিত হয়।

(ঘ) সুভাষচন্দ্ৰ বসুৱে আজাদ হিন্দ ফৌজ গঢ়িছিল।

(ঙ) মহাত্মা গান্ধীয়ে যি কোনো উপায়েৰে ইংৰাজক খেদিবলৈ যত্ন কৰিছিল।

(চ) ক্ষুদিৰাম আৰু ভগত সিঙক গুলিয়াই হত্যা কৰা হৈছিল।

(ছ) কুশল কোঁৱৰৰ ফাঁচী হৈছিল।

৫। কি শব্দ দুটা লগ লাগি এই শব্দটো হৈছে কব পাৰিবানে ? কষ্টোপাৰ্জ্জিত।

৬। অৰ্থ শিকি নিজৰ বাক্যত ব্যৱহাৰ কৰা ঃ

বিসৰ্জন, সংগ্ৰাম, মঞ্চ, অমান্য, শেহতীয়া, নিহত, অপৰাধ, সজীৱ।

———



# ককাই-ভাইৰ ভাগ-বাটোৱাৰা

বিশ্বকান্ত দেউৰী ভৰালী

গিৰাগিৰাছি নামে গাঁৱত দুটা ককাই-ভাই আছিল। ডাঙৰ-টোৰ নাম মনুচিং আৰু সৰুটোৰ নাম পিৰিকাই। মনুচিং বৰ টেঙৰ আৰু পিৰিকাই একেবাৰেই হোজা আছিল। বাপেক মৰিবৰ সময়ত কেইপদমান সম্পত্তি সিহঁতলৈ থৈ যায়। সম্পত্তিৰ ভিতৰত এজনী গাই গৰু, এজোপা তামোল গছ আৰু ফটা কঁথাই প্ৰধান আছিল। এদিন দুয়ো ককাই-ভায়ে বেলেগ হোৱাৰ সিদ্ধান্ত কৰিলে। ভায়েক পিৰিকায়ে গাঁৱৰ মানুহ চপাব খোজাত, ককায়েক মনুচিঙে মানুহ চপালে বদনাম হব আৰু ভাই-ককাইৰ মৰম নাথাকিব বুলি কৈ গাঁৱৰ মানুহ চপোৱা বন্ধ কৰি সম্পত্তিবিলাক ভাগ কৰাত লাগিল। মনুচিঙে কলে, "পিৰিকাই, আগৰ বোপা-ককাহঁতে যেনেকৈ সম্পত্তি ভাগ-বাটোৱাৰা কৰে, আমিও এতিয়া তেনেকৈয়ে কৰোঁ।, গৰু এজনী, তাক দুভাগ কৰি দুয়ো লওঁ। পিছফালটো মই ললোঁ, মূৰৰ ফাল তোক দিলোঁ। গৰুজনীৰ





আগডোখৰ তোক দিলোঁ; যেতিয়া তামোল জোপাৰ আগ ডোখৰ মই লওঁ, তই গুৰি ডোখৰ ল। ফটা কঁথাখন তই দিনত লবি ৰাতি মই লম। এতিয়া তই কি কৰ?" পিৰিকায়ে কলে, "তই নিজৰ ককাই হৈ মোক নো আৰু বেয়া ভাগ দিছনে? ভাল হৈছে, তোৰ যি কথা, মোৰো সেয়ে কথা।" এই বুলি দুয়ো সম্পত্তি ভগাই ললে। সেই দিনাৰ পৰা ভায়েক পিৰিকায়ে গৰুজনীক ঘাঁহ পানী খুৱায়, তামোলৰ গুৰিত সাৰ জাবৰ দিয়ে আৰু জাৰ কালি দিনত কঁথাখন নিজৰ ঢাৰি-পাটিত পেলাই থৈ দিয়ে আৰু গধূলি হলে ককায়েকক গতাই দিয়ে। ককায়েকে গৰুৰ গাখীৰ খীৰাই খায়, তামোল পাৰি নিজে খায় আৰু জাৰকালি ৰাতি কঁথাখন লৈ সুখেৰে শুই থাকে। ভায়েক এইবোৰ কথাৰ একো ভু-কে নেপায়।

এনেতে এদিন চূণপোৱা গাৱঁৰপৰা বুঢ়া মানুহ এজন আহি পিৰিকাইৰ ঘৰত আলহী হ'ল। পিৰিকাই দেখনিয়াৰ আৰু কামে বনে পাকৈত আছিল। বুঢ়াজনে পিৰিকাইলৈ নিজৰ জীয়েক মিৰাছীক দিয়াৰ কথাৰে দৰাৰ ঘৰ চাবলৈ আহিছিল। মানুহজন বৰ টেটোন আছিল। তেওঁ ভাবী জোঁৱায়েকৰ সা-সম্পত্তিৰ উমান লবৰ কাৰণে সোধাত পিৰিকায়ে ককায়েকে ভাগ কৰা মতেই এজনী গৰু, এজোপা তামোল গছ আৰু ফটা কঁথা এখনৰ অংশ পাইছে বুলি কলে। পিছদিনা পুৱা জলপান খাবৰ কাৰণে আলহীয়ে গাখীৰৰ খবৰ লোৱাতহে পিৰিকায়ে গৰুজনীৰ মূৰৰ অংশহে তাৰ বুলি কলে। আৰু লগতে তামোল গছৰ আৰু ফটা কঁথাখনৰ কথাও কলে। তেতিয়া ভাবী শহুৰে ভাবী জোঁৱায়েক কিমান সৰল বুজি পালে আৰু তেওঁৰ তালৈ

পুতৌ জন্মিল। বুঢ়াই বুদ্ধি দিলে যে নিজৰ অংশবোৰ ঘৰলৈ আনিব লাগে। যদি ককায়েকে নিদিয়ে তেন্তে কাটি কুটি দুই অংশ কৰি হলেও আনিলেহে তেওঁ ছোৱালী দিব। এনেকৈ কোৱাত পিৰিকায়ে সকলো বুদ্ধি বুঢ়াৰ পৰা বুজি ললে আৰু দুপৰীয়া ককায়েকক একো নোকোৱাকৈ হাতত কুঠাৰখন লৈ পিৰিকায়ে তামোল জোপাৰ গুৰিত ঘাপ দিলে। কুঠাৰৰ মাত শুনি মনুচিং ওলাই আহি কলে, "পিৰিকাই কি কৰ, কি কৰ?" পিৰিকায়ে কলে, "ককাই মই মোৰ অংশ হে কাটি নিব খুজিছো। তোৰ অংশ ইয়াতে থৈ যাম। কাৰণ তামোলৰ গুৰি ডালত আৰু তামোল নালাগে নহয়।" এই বুলি পিৰিকায়ে আকৌ ঘাপ দিলে। এনেতে ককায়েকে কথা বিষম দেখি তামোল জোপা উমৈহতীয়া কৰি পাৰি খাবলৈ ৰাজী হৈ ভায়েকক ঘূৰাই পঠালে। তাৰ পিচত পিৰিকায়ে দীঘল দা এখন আনি গৰুজনীক মাজতে কাটি দুভাগ কৰিব খুজি ককায়েকক কলে, "ককাই, তোৰ গৰুৰ ভাগ নেহি, মোৰ ভাগ কাটি নি নিজৰ ঘৰত ঘাঁহ পানী খুৱাওঁগে।" পিৰিকায়ে দাখন ডাঙি গৰুজনীক কাটিব খোজোতেই ককায়েকে দাখনত ধৰি বাধা দি কলে, "পিৰিকাই আজিৰপৰা গৰুৰ গাখীৰ সমানে ভাগ কৰি খাম আৰু দুয়ো ঘাঁহ পানী দি প্ৰতিপালন কৰিম। পোৱালি জগিলে এটা তোৰ এটা মোৰ হব।" পিৰিকায়ে এই বেলিও ৰাজী হৈ ঘূৰি আহিল আৰু ঘৰলৈ আহি ফটা কঁথাখন তিয়াই চাঙত মেলি থলে। গধূলি ককায়েক কঁথা নিবলৈ আহি দেখে যে কঁথা তিতি আছে। সোধাত পিৰিকায়ে কলে যে কঁথাখনত মলি হৈছে আৰু লোকে লোৱা বাহি কঁথা তিয়ালেহে লব পায়



বুলি কলে। তেতিয়া ককায়েকে সকলো বুজি কঁথাখন তাক দি অলপ পয়চা ললে। পিৰিকায়ে তেতিয়াৰ পৰা সকলো কথাৰ ভু পালে আৰু বুঢ়াৰ জীয়েক মিৰাছীক বিয়া কৰাই সুখেৰে কাল কটালে।

অন্যায়ৰ ধূলি-বালি বতাহেও নিয়ে ঠেলি।

### অনুশীলনী

১। সাধুটোত থকা গাঁও আৰু মানুহৰ নাম কেইটামান আচহুৱা যেন লাগিছে, নহয়? সাধুটো দেউৰীসকলৰ। দেউৰী-সকল ক'ৰ মানুহ "চকাৰ মহিমা" পাঠত চোৱাঁ।

২। খণ্ডবাক্য আৰু শব্দৰ ব্যৱহাৰ শিকা :—
কেইপদমান সম্পত্তি, গাৱঁৰ মানুহ চপোৱা, ভাগ-বাটোৱাৰা কৰা, ভু-পোৱা, উমৈহতীয়া।

৩। ভাবী জোঁৱাই মানে কি?

৪। মনুচিঙে বাপেকৰ সম্পত্তি কেনেকৈ ভাগ-বাটোৱাৰা কৰিলে? তাৰ পৰা তেওঁৰ কি লাভ হ'ল?

৫। বুঢ়া আলহীজন কিয় আহিছিল?

৬। আলহীয়ে ভাই-ককাইৰ আচৰিত ভাগ-বাটোৱাৰাৰ কথা কেনেকৈ গম পালে?

৭। আলহীৰ বুদ্ধি মতে পিৰিকায়ে কি কি কৰিলে?

৮। সাধুটো চমুকৈ নিজৰ ভাষাত লিখা।

———



# ঈশ স্তুতি



তৰুণৰাম ফুকন

তোমাৰ মহিমা অসীম অপাৰ
বিশ্বৰ পালক তুমি,
অতি কাৰুণিক পৰম দয়ালু
ধৰ্ম্ম বিচাৰৰ স্বামী।

তোমাকে প্ৰণমো কৃপা ভিক্ষা কৰোঁ
পোন বাটে নিয়া মোক,
যি পোন বাটত চলিছে সদায়
তযু কৃপাপাত্ৰ লোক।

কোপত পতিত যি পথত চলে
সি পথে নিনিবা মোক,
নাইবা চলিছে যি পথত প্ৰভু
পথভ্ৰষ্ট যত লোক।



## অনুশীলনী

১। অৰ্থ জানি লোৱা—ঈশ, স্তুতি, অসীম, পালক, কাৰুণিক, তযু, কৃপাপাত্ৰ, কোপ, পথভ্ৰষ্ট।

২। কবিয়ে কোন বাটেৰে তেওঁক লৈ যাবলৈ ঈশ্বৰক খাটিছে আৰু তেওঁ কোন বাটেৰে যাব খোজা নাই?

৩। কবিতাটো মুখস্থ কৰা।

চিনাকি ঃ কবিতাটো কোৰাণ ধৰ্মগ্ৰন্থৰ প্ৰথম প্ৰাৰ্থনাৰ ভাঙনি।

